# পত্ৰ-লেখা

যোৱা এপুৰুষৰ অসমীয়া সংস্কৃতিৰ প্ৰধান পূজাৰী চন্দ্ৰকুমাৰ,
লক্ষ্মীনাথ, ৰজনীকান্ত, গোৰীনাথ আদিৰ; ইউৰপীয়
পণ্ডিত কৰ্ণেল গৰ্ডন, অধ্যাপক ৰবাৰ্টছ আদি;
আমেৰিকা-বাসী লেফ্টেনেণ্ট নেলছনৰ;
আৰু আন্তৰ্জাতিক খ্যাতিৰ ভাৰতীয়
মনীষী ত্ৰিপিটকাচাৰ্য্য
বেণীমাধৱৰ
পত্ৰাৱলীৰে

অসমীয়া পত্ৰ-সাহিত্যৰ প্ৰথম অৱদান

শ্ৰীডিম্বেশ্বৰ নেওগ
এম্-এ, বি-এছ-ছি, বি-টি
প্ৰণীত

যোৰহাট, অসম
ফাগুন, ৫০০ শঙ্কৰাব্দ

গুৱাহাটী নিউ প্ৰেছত
শ্ৰীসোণাৰাম বেজৰ দ্বাৰা
মুদ্ৰিত।

# প্ৰকাশকৰ নিবেদন

শ্ৰীযুত নেওগৰ প্ৰায় যোৱা দুকুৰি বছৰেই অসমীয়া সাহিত্য আৰু অসমীয়া জাতীয় আৰু সামাজিক জীৱনৰ লগত নানাভাৱে অন্তৰঙ্গ সম্পৰ্ক। তেখেতৰ এই 'পত্ৰৰেখা'ৰ পত্ৰাৱলী আৰু বিৱৰণৰ পৰা পঢ়ুৱৈসকলে প্ৰায় যোৱা দুকুৰি বছৰৰ অসমৰ নানা বিষয়ৰ কথাৰ উপৰিও, আৰু এই কালছোৱাৰ অসমীয়া সংস্কৃতিৰ প্ৰধান পূজাৰী চন্দ্ৰকুমাৰ লক্ষ্মীনাথ, ৰজনীকান্ত, গৌৰীনাথ, কনকলাল, আনন্দচন্দ্ৰ, হিতেশ্বৰ শৰৎচন্দ্ৰ আদিৰ বাহিৰেও, কৰ্ণেল গৰ্ডণ আৰু অধ্যাপক ৰবাৰ্টছ্ আদি ইউৰপীয়, লেফটেনেণ্ট নেলছন আদি আমেৰিকা-বাসী আৰু ত্ৰিপিটকাচাৰ্য্য ডক্টৰ বেণীমাধৱৰ দৰে আন্তৰ্জাতিক খ্যাতিৰ ভাৰতীয় শ্ৰেষ্ঠ মনীষীৰ লগত পত্ৰৰ যোগে ভাবৰ আদান-প্ৰদানৰ বহুমূলীয়া আভাস পাব; এই ভাৰসাৰেই গুণগ্ৰাহী ৰাইজলৈ অসমীয়া পত্ৰ-সাহিত্যৰ এই প্ৰথম অৱদান সন্তৰ্পণে আগবঢ়োৱা হ'ল। কিমধিকমিতি।

নিউপ্ৰেছ, গুৱাহাটী
ফাগুন, ৫০০ শকবাব্দ

অসম প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিশ্বাৰ্ছ

# উছৰ্গা

সুকবি, সুসাহিত্যিক, সুহৃদ্ ৺ধানেশ্বৰ হাজৰিকা

বি-এ (অনাছৰ্´) আই ডি-ডি ( অনাছ )

সৰু মোমাইদেউৰ

স্মৃতি-তৰ্পণত




সাহিত্যিক, সুৰসিক,

সুহৃদ, প্ৰাণাধিক সুমলীয়া মোমাইদেউ

স্বৰ্গীয় ধানেশ্বৰ হাজৰিকা বি-এ (অনাৰ্ছ)

আই-ডি-ডি (অনাৰ্ছ)ৰ

## —স্মৃতি-তৰ্পণত—

শুনিলোঁ, সুহৃদ! দেহ-সজ্জা এৰি তুমি
কবৰাত কোনিবা লুকালা।—
কিন্তু কোনে কয়—'ডেউ নাই, মৃত হল'?
মিছা কথা,—নিকৰুণ বাণী!
হায়! তুমি যদি আজি নাই,
কিয় সোঁৱা দেখোঁ সম্মুখত
প্ৰীতি-সমুজ্জল চকু, হাঁহিভৰা মুখ?
থাক, যদি তুমি নাই,
কিয় সঁউ শুনো আকাশত
'বাপু' বুলি মতা মিঠা মাতটি তোমাৰ.
দেহ-পিঞ্জৰাৰ পৰা মুক্ত হই তুমি
ধন্য আজি! জিনিলা চৌদিশ।
সেইহে হবলা পৰাভূত মৃত্যু আজি!
কালৰ গৰ্জনি স্তব্ধ কৰি
তুমি আজি তুলিছা তৰ্জনী!!

জ্ঞানৰ সতীৰ্থ মোৰ !
তুমিয়েই হাত ধৰি সাহিত্য-ক্ষেত্ৰত
খয়ে জয়ে মৰালোঁ। 'ভূমুকি',—
দেখুৱালোঁ। সাহিত্যৰ সাধনাৰ বাট।
শৈশৱৰ কত কাল বহি একেলগে
কত সাধু নাট আৰু কবিতা ৰচিলোঁ। !
তাৰ পাছে অগা-পিছাকই
দুয়োটিয়ে সোমালোঁ। সংসাৰ—
পালোঁ। তুমি জীৱনৰ 'সুধা';
যোগ্য ৰূপে ভুগিলা সৌভাগ্য।
বৈষয়িক কৰ্ত্তব্যে যদিও
সাহিত্যৰ প্ৰণয়ত ঘটালে বিঘিনি,
তথাপি তোমাৰ 'দীন-দুখী' চিৰকাল
পৰম সুহৃদ হৰ দীন-দুখীয়াৰ !
'বিজুৱান' আৰু 'গোহাঞি-গাভৰু' মিলি
আশীষিব প্ৰাণ ভৰি স্বৰ্গীয় আত্মাক !!

২৭ আঘোণ, ১৮৬৫ শক

# প্ৰবন্ধ-সূচী




# পত্ৰ-লেখা

## [ ১ ]

## উত্তৰাধিকাৰ

আমাৰ এজন আদিপুৰুষ চন্দৰ। তেখেতৰ পুতেক কান্তিৰাম ৰজাঘৰীয়া বৰবৰা আছিল। তেখেতৰ পুতেক ৰতিৰাম নেওগ মোৰ আজোককা। 'ৰতি নেওগৰ ঘৰৰ' বুলিয়েই আজিও আমাৰ সামান্য চিনাকি আৰু সম্মান। তেখেতৰ পুতেক যজ্ঞৰাম এওঁৰ দুগৰাকী ঘৈণীয়েকৰ বৰ গৰাকীৰ পুতেক মাণিকচন্দ্ৰ মোৰ পিতাদেউ। সৰুগৰাকীৰ দুটি পুতেক বিনোদচন্দ্ৰ আৰু শ্ৰীলোকনাথ।

মোৰ মনত পৰাত আমাৰ ঘৰত লৰাই-তিৰুতাই একুৰি ডেৰকুৰি মানুহ; পথাৰত গৰুৱে-ম'হে আঠ-নখন মান হাল; চাৰিকুঠলীয়া যুৰীয়া ভঁৰাল; আৰু এগোহালি গৰুৰ উপৰি ডেৰশ-দুশমান ম'হ। আকৌ সেই মনত পৰা কালতে সেই সম্পত্তি যায় আৰু মানুহ আৰু গৰু-ম'হ সকলো মৰি-হাজি টুকাব লগা হয়। সেইবোৰৰ ভিতৰত মোৰ এটি অতি পুণ্যময় সোঁৱৰণ বিনোদ দদাইদেউ।

তেখেত মিঠা বৰণীয়া আৰু বৰ মৰমীয়া আছিল। মৰমতে তেখেতে মোক "বাবা" বুলিছিল আৰু ময়ো ঘূৰি তেখেতক সেই বুলিয়ে মাতিছিলো। নিজৰ লৰা-ছোৱালী একো নৰৈছিল দেখি তেখেতে মোক নিজৰ পুতেক ৰূপে তুলি লবলৈ বৰ হেপাহ কৰিছিল। ভাগ্যৰ ফেৰ! ভৰ ডেকা বয়সতে তেখেত হাইজাত ঢুকায়।

মৰমৰ গুণত বিনোদ দদাইদেউ মোৰ যেনে পিতৃস্থানীয় হৈছিল, তেওঁৰ মাক, আমাৰ সৰু বুঢ়ীআই, সেইদৰে মাতৃ-স্থানীয়া আৰু এগৰাকী ওচৰ সম্বন্ধীয়া পেহীদেউ ভগ্নীস্থানীয়া আছিল। স্বৰূপতে সৰুতে মোৰ নিজ পিতাদেউ, আইদেউ আৰু বাইদেউৰ লগত মোৰ ঘনিষ্ঠতা তুলনাত বৰ তাকৰ আছিল; আৰু সাধাৰণতে সদায়েই এইসকলৰ লগতে মোৰ খোৱা-শোৱা আদি সকলো কাম চলিছিল। তেওঁলোকৰ মৰমৰ আচৰণৰ কথা মনৰপৰা সহজে মচ নাখায়।

"হাতীৰ খাৱনেৰে খুৱাবা, বাঘৰ চকুৰে চাবা"—লৰা-ছোৱালী তোলাৰ বিষয়ে পিতাদেউ আৰু আইদেউৰ এয়ে মত আছিল। খুৱোৱা-পিন্ধোৱা সকলো কামতে যত্নৰ কেতিয়াও এধাৰিও ত্ৰুটি নকৰিলেও, ঠিক এই কাৰণেই হবলা আই-বোপাইলৈ সৰুতে মোৰ তেনে ধাউতি থকা মনত নপৰে। কিন্তু বিশ্ববিদ্যালয়ত থকা কালত আৰু বিষয়া জীৱনতো ছুটীৰ পাছত মই পঢ়িবলৈ বা কামলৈ যাবলৈ ওলালে আইদেৱে সদায় শোক কৰিছিল। মাতৃস্নেহৰ

গভীৰতা তেতিয়াহে মই মৰ্ম্মে মৰ্ম্মে অনুভৱ কৰিব পাৰিছিলো।

প্ৰকৃততে পাছত মই অতি মাতৃভক্ত হৈ পৰিছিলো। ইংৰাজ কবি কুপাৰৰ দৰে সেইদেখি মোৰ পিতৃসম্বন্ধীয়া-সকলতকৈ মোৰ মাতৃসম্বন্ধীয়াসকলক মই সদায় সৰহ ভাল পাইছিলো। অধিক কি, আইদেৱেই শেষত মোৰ সকলো পাৰ্থিৱ শক্তি আৰু প্ৰেৰণাৰ এটি ঘাই উৎ হৈ পৰিছিল। ১৯২৯ত আইদেৱে উৎকট প্লুৰিছি ৰোগত ভোগোঁতে মই পূৰা এমাহ কাল দিনে-ৰাতিয়ে একেৰাহে শুশ্ৰূষা কৰাৰ সুযোগ পাইছিলো, আৰু ই মোক এছাতি ন পোহৰ আৰু নতুন উদ্দীপনা দিছিল।

পিতাদেউৰ কথা কিন্তু স্বকীয়া। তেখেতে কেতিয়াও কালৈকো মৰম ফুটাই তুলিব নোৱাৰিছিল। সৰহ নালাগে, মন মুকলি কৰি নিজক যে হঁহা নেদেখিছিলোৱেই, ঘৰৰ বা পৰৰ লৰা-ছোৱালীকো হঁহা তেখেতে দেখিব নোৱাৰিছিল। পিতা-দেউৰ চালুকীয়া কালতে আমাৰ ককাদেউতা আৰু বুঢ়ীআইতা দুয়ো ঢুকায়, আৰু মাহীমাকেই পিতাদেউক আৰু আমাৰ একেগৰাকী পেহীদেউক তুলি-তালি ডাঙৰ-দীঘল কৰে। আমি যেনেকৈ বৰ বৰ একোটা হৈও সৰু বুঢ়ীআইকে আপোন আইতা বুলি জানিছিলো, পিতাদেৱেও সেইদৰেই সৰুৰেপৰা তেওঁকে নিজ মাক বুলি জানিছিল আৰু শেষলৈকে তেওঁক সেইদৰেই ভাব-ভক্তি কৰিছিল। এইদৰে ঘাটমাউৰা

হৈ জাককৰা ঘৰৰ ঠেলা-হেচা আৰু চেপা-খুন্দাৰ মাজত ডাঙৰ-দীঘল হোৱা কথাই পিতাদেউৰ সেই মানসিক অৱস্থাৰ বাবে দায়ী যেন লাগে।

পিতাদেউ সকৰে পৰাই বৰ চোকা বুধীয়া আছিল, কিন্তু এনেপৰাত কোৱা অৱস্থাৰ বাবেই তেখেতৰ সৰহ পঢ়া-শুনা নহ'ল। নিজৰ শিক্ষাৰ এই অতৃপ্ত বাসনাৰ বাবেই হবলা পিতাদেৱে মোৰ লিখা-পঢ়াৰ বৰ যতন লৈছিল আৰু মোতো সেই পঢ়াৰ চাউতি সকতে ফুট ওলাইছিল। পিতা-দেউ বৰ ওখ-পাখ, শকত-আৱত আৰু নিখুঁত স্বাস্থ্যৰ লোক আছিল; আৰু উত্তৰাধিকাৰী সূত্ৰে সেই স্বাস্থ্য মই অলপ পৰিমাণে ভোগ কৰিছোঁ। কিন্তু এই সকলোৰে সত্ত্বেও যেন অনুভূতিমূলক এটি মৌলিক প্ৰভেদ আমাৰ মাজত ৰৈছিল, আৰু এই সম্পৰ্কীয় দানত যেন মই পিতৃস্বত্বতকৈ মাতৃস্বত্বৰ উত্তৰাধিকাৰিত্বহে প্ৰমাণ কৰিছোঁ।

---

# [ ২ ]

# লৰাকাল

মনত পৰাৰেপৰা মই লগৰীয়াৰ লগত ফুৰা বা ওমলাতকৈ অকলশৰে থাকিহে ভাল পাইছিলো। এই কাৰণেই হবলা, পোনতে, আজিও সমাজৰ মাজত মই পানীৰপৰা তুলি অনা মাছটিৰ দৰে নিজক নিঃসহায় যেন পাওঁ; আৰু তাৰ পাছত, মোৰ কামিলা গুণ ঈমান তাকৰ। মই এক প্ৰকাৰে দিখৌৰ বুকুতে ডাঙৰ-দীঘল হৈছিলো যদিও, বাৰ-তেৰ বছৰ বয়সলৈকে মই সাঁতুৰিব আৰু নাও বাব নাজানিছিলো।

এবৈছা দিখৌৰ বালিত গাঁৱৰ বাইজে ভোজ খাবৰ দিহা কৰি তাৰ বাবে বালি অঁতোৱা আৰু বাহৰ সজা আদি কাম কৰিছিল। এদিন সেইখিনিতে মই একাঠুমান দ'ত সৰু নাও এখন অকলে খেলাই আছোঁ, এনেতে নাৰায়ণ নামৰ বুঢ়া এজনে সিপাৰৰপৰা মানুহ এজন পাৰকৈ আনিবলৈ মোক পাঁচিলে। মই নাও বাব নাজানো বোলাত মানুহজনে পতিয়ন নগৈ নাওখনে সৈতে সিপাৰলৈ ঠেলা মাৰি দিলে। বিবুধি হৈ মই দ পানীত জাপ মাৰিব খোজাত মানুহজনে ভয় খাই মোক তেনে কৰিবলৈ মানা কৰি সাঁতোৰ মাৰি নাওখন ধৰি আনি কলে—"মিছা! লৰা নহয়, কটাকানি সোপাহে!!" আজিও জীৱনৰ শতেক বিফলতাৰ ভিতৰেদি

এই কথা মনত পৰে—নাৰায়ণে দেহি মোৰ প্ৰকৃত সমালোচনাকে কৰিছিল ।

মোৰ স্বভাৱ হেনো সকৰেপৰা বৰ জুৰ আছিল, আৰু এই বাবেই মোৰ এগৰাকী বুঢ়ীআয়ে মোক কেচুৱাতে সাগৰ বুলিছিল; কিন্তু প্ৰশান্ত মহাসাগৰতো যে পৰ্ব্বত-সমান ঢৌ উঠে, সেই কথা চাগৈ মোৰ সাদৰী বুঢ়ীআয়ে সেই সময়ত ভবা নাছিল। সি যি হওক, আজিও কিন্তু গাঁৱৰ মোতকৈ বয়সীয়া সকলো লোকেই মোক সেই স্বভাৱৰ বাবে তেতিয়াৰ দৰেই স্নেহ আৰু বিশ্বাস কৰে। জীৱনত কেতিয়াবা কৰবাত কোনোফালে কিবা এফেৰি সফলতা বা সৌভাগ্যৰ গোন্ধ পাইছোঁহে যদি, সেইটো সেইসকলৰ আশীৰ্ব্বাদৰ ফল বুলিহে ভাবিছো।

আমাৰ ঘৰ শিৱসাগৰ নগৰমহল মৌজাৰ কমাৰফদীয়া গাঁৱত, কাছাৰীৰ পৰা পচ্চিমে তুমাইল দূৰত। আমাৰ গাঁৱৰ সমুখত দিখৌ আৰু পিছফালে এমাইলমান দূৰত দৰিকা। আমাৰ দখিণে উলুতলি মুছলমান গাঁও আৰু অৰ্জ্জুনগুৰি কুমাৰ গাঁও; উত্তৰে মঠাদাং আহোম গাঁও আৰু যোগনীয়া কৈৱৰ্ত্ত গাঁও। এনে বিভিন্ন পাৰিপাৰ্শ্বিকতাৰ মাজত ডাঙৰ-দাঘল হৈ কেতিয়াও কাৰো লগত কাৰো কাজিয়া-পেচাল বা ঘিণাঘিণি ভাব দেখা মোৰ মনত নপৰে; মনত পৰে সদায় দেখা সকলো নিজ নিজ নিয়মত থাকিও পৰস্পৰ স্নেহ, বিশ্বাস আৰু মিলা-প্ৰীতিত বাস কৰা। আজিও কত

কালৰ মূৰত সেই ঠাইলৈ গলে ওপৰ বয়সীয়াৰ "মইনা" "ৰোপা" আদি আৰু তল বয়সীয়াৰ "ককাইদেউ" "দদাইদেউ" আদি সম্বোধনৰ বাহিৰে একো শুনুনো।

মোৰ লৰাকালৰ লেখৰ ঘটনা একো নাই। তিনি চাৰি বছৰ বয়সত ব্ৰহ্মপুত্ৰৰ পানীৰে পদূলিৰ ছুঁদাতিৰ খালকেইটা পূৰ হওঁতে ভুৰ খেলাই পানীত পৰিছিলো; গাঁৱৰ এগৰাকী তিৰুতাই দৈৱক্ৰমে আহি পানীৰপৰা তুলি মোৰ জীৱন ৰক্ষা কৰিলে।

বাইদেউ আইকণ, পৰিয়ালৰ জ্যেষ্ঠ সন্তান। তেওঁ বৰণত যেনে মিঠা, স্বভাৱ আৰু মাত-কথাতো সদায় তেনে ম্যাটি-মিঠা আছিল। আমা-দুইটিৰে সদায় বৰ মিল আছিল; পিছৰ কালৰ ভাই-ভনীইঁতৰ খোৱা-লোৱাৰ কঢ়া-আজোৰাৰ সলনি আমাৰ লৰালিৰ একমাত্ৰ দ্বন্দ আছিল কেতিয়াবা আবেলি ভাত খাওঁতে দুটিয়ে সিটিৰ পাতত ভাত-আঞ্জা বা ভজাৰ সৰহ ভাগ দিয়া লৈ।

আইদেৱে পঢ়াশালিত প্ৰাথমিক বৃত্তিপৰীক্ষা দিব পৰা হৈছিল, পিছে উঠন হবৰ কাল হোৱাত তেখেতক পঢ়াশালি এৰুৱাই দিয়া হল। লিখাৰ সঙ্গ এৰিলেও, আইদেউৱে শেষ কাললৈকে কীৰ্ত্তন, দশম, ৰামায়ণ, মহাভাৰত দিনে-ৰাতিয়ে পঢ়িবলৈ নেৰিছিল। যি অসুবিধাতেই হওক, বাইদেউক একেবাৰেই পঢ়াশালিত দিয়া নহল; কিন্তু তেওঁৰ কি আচৰিত মানসিক শক্তি! এবাৰ তেওঁৰ আগত পঢ়া পুথিখন দুনাই পঢ়োতে

এবা-এবি ধা তুল কবি পাঢ়ি কেও সাবি যাব নোৱাৰিছিল ; আৰু নাম-গুণ যোজনা-ফকৰাত তেওঁক লিখা-পঢ়া কৰা লৰা ছোৱালীয়েও কেতিয়াও বলে নোৱাৰিছিল।

বাইদেউ বয়সত মোতকৈ আঢ়ৈ বছৰ মানৰ ৰব। মোৰ পাছৰ সন্তান ৺সৰুকণ সেইদৰে মোতকৈ আঢ়ৈ বছৰমানৰ সৰু। সৰুকণো শকতে-আৱতে আৰু কথায়-বাৰ্ত্তায় মোতকৈ চৰা আছিল। পিছে কপালৰ ফেৰ, চাৰি বছৰমান বয়সতে হঠাৎ সেই পৈণত বাঁহত ঘুণে ধৰিলে ; আৰু আঁৱৰীয়া ৰোগত ভুগি তেওঁ তেৰ বছৰমান বয়সত সংসাৰ এৰে।

সৰুকণৰ পাছত আৰু এটি লৰা জন্ম হৈযে ঢুকায়। তাৰ পাছত এটী ছোৱালীৰ, ডেৰবছৰমান থাকি, বসন্ত ৰোগত মৃত্যু হয়। তাৰ ভালেমান বছৰৰ পাছত বৰ্ত্তমান জীৱিত ছুটি ভাই ওপজে। ১৮৬৯ শকৰ ১৪ বহাগত পিতাদেউ আৰু ১৮৬৫ ৰ ২৬ আঘোণত আইদেউ স্বৰ্গী হয়। তাৰ আগতে ১৮৬৪ ৰ চ'তত বাইদেউ ঢুকায়। এতিয়া ভাই-ভনী আমি সাতোটিৰ তিনটি ইপাৰে আৰু চাৰিটি সিপাৰে!



[ ৩ ]

## বিদ্যাৰম্ভ

মোৰ পাঁচ বছৰমান বয়সত এদিন পিতাদেৱে ক-মানৰ এখন কিতাপ কিনি আনি মই চুকি নোপোৱা ওখৰ পাত এছুটাত থোৱা দেখিলোঁ। তাতনো কি আছে মোৰ চাবৰ হেপাহ হল। পিতাদেৱে কলে, 'পঢ়িবা জানো?' মই 'ঔ' বুলিলোঁ আৰু পিতাদেৱে কিতাপখন নমাই আনি মোৰ হাতত দিলে। সেয়ে মোৰ সহজ সামান্য অনাড়ম্বৰ বিদ্যা-ৰম্ভ; আৰু সেই বিদ্যাৰম্ভই জীৱনৰ ভিন্ ভিন্ পৰ্য্যায়ৰ ভিতৰেদি ধীৰ মন্থৰ গতিত আজিও চলিব লাগিছে। কি পৱিত্ৰ অন্তহীন এই বিদ্যাৰম্ভ'!

ইয়াৰ অলপ দিনৰ পাছত মোৰ অচিনাকি এজন ভাল মানুহ আমাৰ ঘৰলৈ আহিল। অলপ পৰ কথা-বতৰা হৈ পিতাদেৱে তেওঁৰে সৈতে আলিলৈ আহি আমাৰ বাৰীৰ দখিণ চুকত এডোখৰ ঠাই চালে। এমাহ মানৰ ভিতৰতে সেই ঠাইত আমাৰ কাৰণে এটি সৰু পঢ়াশালি ঘৰ উঠিল, আৰু সেই মানুহজনেই তাৰ শিক্ষক হল। তেওঁৰ নাম ৺যোগধৰ শৰ্ম্মা বৰুৱা, আৰু পঢ়াশালিটি শিৱসাগৰ মহকুমাৰ ১১৩ নং কমাৰফদীয়া পঢ়াশালি।

তাৰ আগতে আমাৰ ঘৰৰ পৰা এমাইল মান উত্তৰ-পশ্চিমত কোঞৰপুৰ মৌজাৰ চাউলকড়া গাঁও পঢ়াশালিত

মৰনৈ-কোষ, অৰ্জ্জুনগুৰি, উলুতলি, কমাৰফদীয়া, মঠাদাং, মগনা, চাউলকড়া আৰু যোগনীয়া আদি তুমাইল আঢ়ৈ মাইলৰ ভিতৰত ৭।৮ খন গাঁৱৰ লৰা পঢ়িছিল। পাছত এই নতুন পঢ়াশালি পতাত এই ফালৰ সকলো লৰা এই পঢ়াশালিলৈ আহিল। সেই ৩০।৪০ জন ছাত্ৰৰ ভিতৰত ময়ে আটাইতকৈ সৰু আছিলোঁ; আৰু মই সিমান দূৰৰ পঢ়াশালিলৈ যাব নোৱাৰিম বুলিয়ে এই নতুন পঢ়াশালি পতা হৈছিল।

পঢ়াশুনা বিষয়তো লেখত ধৰিব লগীয়া কথা মোৰ একো নাই। বুদ্ধিৰ চোক বা বিদ্যাৰ বেগ মোৰ কেতিয়াবা আছিল যেন মনত নপৰে। কিন্তু, কিয় কব নোৱাৰোঁ, দেখায়-শুনায় বহুতে বহুত সময়ত মোক চোকা বুধীয়া বুলি ভুল কৰে।

যোগধৰ শৰ্ম্মা বৰুৱাই পোনতে পঢ়াশালিৰ উন্নতিৰ বাবে বৰ যতন লৈছিল। তাৰ বাবে "চেকনিৰ আগত বিদ্যা." এই কথা তেওঁ সদায় সাৰোগত কৰিছিল। চেকনিলৈ মোৰ ভয় আৰু ঘিণ আছিল বাবে তাৰ হাত সাৰিবলৈ মই পঢ়াশুনা বৰ সাৱধানে কৰিছিলো; তথাপি কোনো আওপাকত পৰি এবাৰ দুবাৰ তাৰ সোৱাদ লব লগা হৈছিল! চেকনিৰ আগলৈ হাত আগবঢ়াই দিবলৈ মোৰ যি ভয় লাগিছিল, তাকে দেখুৱাই কোনো কোনো সহপাঠীয়ে মোক জোকাইছিল, সেই কথা ভাবিলে মোৰ আজিও

লাজ লাগে। মোৰ সেই প্ৰথম শিক্ষাগুৰুৰ এটা কথা মই পাহৰিব নোৱাৰোঁ। অসমীয়া শ্ৰুতলিপি মোৰ প্ৰায়ে শুদ্ধ হয় আৰু মোৰ সমপাঠীসকলৰ প্ৰায়ে কেইবাটাকৈও ভুল হয়। তেওঁলোক বয়সত মোতকৈ বহুত ঙৰ আৰু আকাৰতো ওখ-পাখ। এদিন শিক্ষকে এনে এজন সহপাঠীৰ শ্ৰুতলিপিত কেইবাটাও ভুল আৰু মোৰ লিখা শুদ্ধ হোৱা বাবে, মোক তেওঁৰ কাণত ধৰি গাঁৱৰ মানুহক দেখুৱাই আনিবলৈ আদেশ দিলে। "কিলবৈ বাসুদেৱেও ডৰায়।" চেকনিৰ ভয়ত মই সেই অন্যায় আদেশ পালন কৰিব লগা হল, আৰু মই ঢুকি নোপোৱা বাবে সিজনক চাপৰ হৈ কাণখন ধৰিবলৈ দিবলৈ আদেশ হল। এই কাণ্ড দেখি পিতাদেউকে আদি কৰি ঘৰৰ আটায়ে মোক কদৰ্থনা কৰি তেওঁক এৰি দিবলৈ কলে। শিক্ষকক তেওঁলোকসকলে কি কলেহি কব নোৱাৰোঁ, কিন্তু সেই দিনাৰ পৰা তেওঁ তেনে আদেশ মোক দিয়া নাই। আশা কৰো এনে আসুৰিক আচৰণ আজিকালি গাঁৱৰ পঢাশালিত আৰু নাই

সেই পঢাশালিৰ আৰু এটি কথা মনত পৰে। ১৯০৯ ৰ ডিচেম্বৰত আমাৰ বৃত্তি পৰীক্ষা হয়। সেইবাৰ সেই পঢা-শালিত ভাল পঢ়া বুলি আমি দুজন আছিলো; তাৰে যেই সেই এজনকহে বৃত্তি পৰীক্ষালৈ পঠিয়াব। মই সাহিত্যত প্ৰথম আৰু সিজন অঙ্কত প্ৰথম; কাক পঠিয়ায় ঠিক নাছিল। যথাসময়ত বাছনিৰ বাবে পৰিদৰ্শক আহিল:

আমাৰ শ্ৰেণীৰ ৭৷৮ জন লৰাক আন শ্ৰেণীৰ লৰাৰ মাজে মাজে বহুৱাই অঙ্কৰ প্ৰশ্ন দি পৰিদৰ্শক আন কামত লাগিল। মই পৰিদৰ্শকৰ চকুৰ আগত, আৰু বাকী আটাই কেজন আঁৰত পৰিল। মোৰ বাহিৰে আটাইকেজনে পৰস্পৰ চোৱা-চুই কৰিলে; ফলত তেওঁলোকৰ কেইবাটাও অঙ্ক ভুল হল। মই নিজে নিজে কৰিলো, আৰু মোৰ অঙ্ক শুদ্ধ হল। গতিকে সকলো কালৰপৰা ময়ে বাছনিত প্ৰথম হৈ সেইবাৰ বৃত্তিপৰীক্ষালৈ গলো, আৰু জয়ে জয়ে কমাৰ-ফদীয়া পঢ়াশালিৰ পৰা বৃত্তি পালো।

১৯১০ ৰ জানুৱাৰীত শিৱসাগৰ গৱৰ্ণমেণ্ট ইংৰাজী উচ্চ বিদ্যালয়ত পিতাদেৱে মোক ভৰ্ত্তি কৰালে, আৰু তাতে দুবছৰ মাহিলি ৩৲ তিনটকাকৈ বৃত্তি ভোগ কৰিলো। তেতিয়া সেই পঢ়াশালিৰ ইংৰাজী শিক্ষকসকলৰ প্ৰথম (প্ৰধান), দ্বিতীয়, অনুক্ৰমে নৱমলৈকে, আৰু সংস্কৃত আৰু অসমীয়া পণ্ডিতৰ প্ৰথম, দ্বিতীয়, অনুক্ৰমে তৃতীয় নে চতুৰ্থলৈ নাম আছিল। এই ১৩৷১৪ জন শিক্ষকৰ ৩৷৪ জনৰ বাহিৰে আন আটাইকেজন বঙালী আছিল; আৰু অনেক সময়ত শিক্ষক-ছাত্ৰৰ পৰস্পৰ মাত-কথা ভালদৰে বুজা-বুজি নোহোৱা বাবে পৰস্পৰ সদ্ভাৱ বিশেষ নাছিল যেন লাগে। ওপৰৰ শিক্ষকৰ ভিতৰত তৃতীয় শিক্ষকজন অসমীয়া, ৺কালিনাথ হাজৰিকা; তেখেত মোৰ আইদেউৰ সম্বন্ধীয় ককাদেউতা আছিল, আৰু এজন গ্ৰন্থকাৰ আৰু সাহিত্যিক আছিল।

অসমীয়া পণ্ডিতৰ দ্বিতীয়জনৰ নাম ৺ৰাধিকানাথ শৰ্ম্মা। তেওঁ আমাক তেতিয়াৰ অষ্টম শ্ৰেণীত (এতিয়া তৃতীয় মান) ঘাইকৈ অঙ্ক শিকাবলৈ পাইছিলোঁ। চেকনি তেওঁৰো প্ৰিয় অস্ত্ৰ আছিল, আৰু গাত সাৱতি ধৰা দীঘল চেকনি লৰাৰ হতুৱা ঘৰৰ পৰা অনাই সেই লৰাৰ গাতে তাৰ সদ্ বা অসদ্ ব্যৱহাৰ কৰিছিল, অৱশ্যে সৰহভাগ হাঁহি-ধেমালিত। "বৃত্তিধাৰী" বুলি দীঘলীয়া মাত্তেৰে এই দীঘলীয়া চেকনিৰ সম্ভাষণৰ সোৱাদৰপৰা ধেমালিৰ ছলতে হলেও তেওঁ আমাকো বঞ্চিত কৰা নাছিল।

১৯১২-১৩ মানতে সেই বিদ্যালয়ৰ বঙালী ঘাই শিক্ষকৰ লগত খৰিযাল কৰি ৰাধিকানাথ শৰ্ম্মাই গৱৰ্ণমেণ্টৰ সেই কাম এৰি স্বাধীনভাৱে এটা লৰাৰ আৰু এটা ছোৱালীৰ উচ্চ ইংৰাজী বিদ্যালয় পাতে। কেইবাজনো দেশহিতৈষী ডেকা লগত লৈ সেই লৰাৰ উচ্চ ইংৰাজী বিদ্যালয় ভালে মান বছৰ চলাই শেষত গৱৰ্ণমেণ্টৰ নিৰ্দ্দেশমতে শিৱসাগৰ বেজবৰুৱা উচ্চ ইংৰাজী বিদ্যালয়ৰ লগত জাপি দি তেওঁ তাৰ সহকাৰী ঘাইশিক্ষক হৈ থাকিল। ছোৱালীৰ উচ্চ ইংৰাজী বিদ্যালয়খনি ফুলেশ্বৰী বিদ্যালয নামে আজিলৈকে গৱৰ্ণমেণ্টৰ সাহায্যপ্ৰাপ্ত হৈ চলি আছে।

---

# সভা-সমিতি

তেতিয়া বঙ্গ-ভঙ্গ আৰু স্বদেশী আন্দোলনৰ কাল। মই কমাৰফদীয়া পঢাশালিৰ আজিকালিৰ মতে প্ৰথম-মান নে দ্বিতীয়-মানত পঢ়োঁ। চাউলকড়া পঢাশালিত ওচৰ-চুবুৰীয়া গাঁৱৰ লিখা-পঢ়া জনা ডেকাসকলে সভা-সমিতি পাতে আৰু জনা-শুনা সকলো লোকক তালৈ মাতে। সেই ডেকাসকলৰ ভিতৰত অসমৰ কৈৱৰ্ত্ত সমাজৰ কুলতিলক স্বৰূপ, যোগনীয়া গাঁৱৰ আঢ্যৱন্ত আৰু মান্যৱন্ত যোগাই হাজৰিকাৰ পুত্ৰেক, ৺গণেশচন্দ্ৰ হাজৰিকা আগৰণুৱা আছিল। পিতাদেউৰ লগত তেতিয়াই মই তেনে সভা-সমিতিলৈ যাওঁ আৰু সভা-সমিতিৰ প্ৰথম আও-ভাও পাওঁ।

ইংৰাজী পঢ়াৰ প্ৰথম বছৰত লেখৰ কথা বিশেষ নাই। দ্বিতীয় বছৰত মই আজিকালিৰ মতে চতুৰ্থমান আৰু মোৰ সৰু মোমাইদেউ থানেশ্বৰ হাজৰিকা ষষ্ঠ মান শ্ৰেণীত। তেতিয়াই ১৯১১ ত আমি, মোৰ আৰু দুজন সহপাঠীয়ে, "ভুমুকি" নামৰ হাতেলিখা আলোচনী উলিয়াওঁ, আৰু মই লাগ-বান্ধ নোহোৱাকৈ দুই এটা পদ্য লিখিবলৈ ধৰোঁ। এই কাকত ১৯১৮-১৯ ত মই শিবসাগৰ এৰাৰ বহুত পাছলৈকে সেই বিদ্যালয়ৰ ছাত্ৰৰ মাজত চলি আছিল; আৰু এই কাকতত পোনতে ওলোৱা কেইবাটিও গদ্য-পদ্য বৰ্ত্তমান অসমীয়া সাহিত্যত আদৰণীয় হৈ ৰৈছে।

১৯১৪ মানত শিৱসাগৰত বিমলালয় সভা প্ৰতিষ্ঠিত হয়। তেতিয়া মই ইংৰাজী পঢ়াশালিৰ সপ্তমমান শ্ৰেণীত। সেই বছৰৰে ডিছেম্বৰত হবলা সেই সভাৰ ছমহীয়া অধিবেশন হয়, আৰু তাৰ বাবে থানেশ্বৰ মোমাইদেউ আৰু মোক ছুটি পদ্য লিখিবলৈ দিয়া হয়। মোৰ "আভাস" পদ্যটি সেইখন সভাতে পঢ়া হয় আৰু শুনোতা সকলৰ পৰা যথেষ্ট উৎসাহ লাভ কৰা হয়। সেই দিনাৰ সভাপতি আছিল শিৱসাগৰৰ ডুপুৰুষলৈ নামজ্বলা উকীল ৺অক্ষয়চন্দ্ৰ ঘোষ।

এই সময়তে মোৰ গান আৰু পদ্য লিখা এটা নিয়মিত ভাবলৈ আহে, যদিও সেইবোৰ ৰচনাৰ সৰহখিনিয়েই হেৰাল। ১৯১৫ সনটো মোৰ সভা-সমিতিত যোগ দিয়া আৰু গদ্য-পদ্য ৰচনা কৰাৰ এটা ঘটনাপূৰ্ণ বছৰ। শনিবাৰে আবেলি ইংৰাজী তৰ্ক-সভা আৰু দেওবাৰে পুৱা অসমীয়া সাহিত্য আলোচনী বিমলালয় সভাৰ বাহিৰেও, দিনে ছুটা মানকৈ পদ্য লিখি নি পঢ়াশালিৰ অঙ্কৰ ঘণ্টাত শেষৰ ফালে বহি ছুই এজন বন্ধুৰে 'কাব্য-চৰ্চা' কৰা মোৰ এটা নিত্য-নৈমিত্তিক কাৰ্য্য বা ৰোগ হৈ উঠিছিল।

ইয়াৰ অৱশ্যম্ভাৱী ফল ৰূপে মোৰ পঢ়া-শুনা দিনক দিনে বেয়া হবলৈ ধৰিলে আৰু শিক্ষক-অভিভাৱকৰ চোকা দৃষ্টি মোৰ ওপৰত পৰিল; কিন্তু দুৰ্ভাগ্যক্ৰমে মোৰ পঢ়া-শুনা বিষয়ত পতনৰ ঠিয় গড়াৰপৰা মোক কোনেও ৰক্ষা কৰিব নোৱাৰিলে। তেতিয়া আমাৰ ঘাই শিক্ষক ৺গোপাল গোবিন্দ

কৰ। এদিন পঢ়াশালিৰ পানী-খোৱা ছুটীত আৰু লবাৰ লগত মই শ্ৰেণীৰ পৰা ওলাই আহিছোঁ, তেওঁ তেওঁৰ কাৰ্য্যালয়ৰ কাষতে এনেয়ে ৰৈ আছে। মই অহাত খেমালিতে খাপ মাৰি তেওঁ মোৰ হাতত ধৰিলে—"কি হে নিয়োগ, খবৰ কি? পঢ় নাই, শুন নাই; খালি পয়েটি, খালি পয়েটি!' তাৰ পাছত মোক টানি নি আন শিক্ষকসকলৰ ওচৰ পোৱালেগৈ—"এ-ৰ মামাও পয়েট, আৰু ভাগিনাও পয়েট। এ-ৰ মামা কে জান? এ-ৰ মামা থা-নে-শ্ব-ৰ হা-জা-ৰি কা!!"

এই উল্লেখৰ বিশেষ অৰ্থ আছিল। থানেশ্বৰ মোমাই-দেউ বয়সত মোতকৈ ডেৰ বছৰ মানৰ বৰ আৰু পঢ়াত দুশ্ৰেণীৰ ওপৰ। দেখনে-শুননে সকুতে দুয়ো একে; ঘৰ দিখৌৰ ইপাৰ-সিপাৰ। দুইৰো ঘৰত মতা নাম বাপুকণ; আমাৰ ঘৰত তেওঁ 'সিপাৰৰ বাপুকণ' আৰু তেওঁলোকৰ ঘৰত মই 'সিপাৰৰ বাপুকণ।' প্ৰভেদ আছিল,—তেওঁৰ বুদ্ধি যেনে কুশাগ্ৰ স্বৰূপ, স্বভাৱো সেইদৰে অলপ চঞ্চল; তুলনাত মোৰ বুদ্ধি যেনে ভোটা, স্বভাৱো তেনে ধীৰ। তথাপি আমাৰ অতি মিল আছিল আৰু তাৰ বাবেই হয়তো তেওঁ আৰু আন কোনো কোনো শিক্ষকে মোৰ স্বভাৱতো তেনে চঞ্চলতা থাকিব পাৰে বুলি ভাবিছিল।

যিহওক, সেই বাৰ ছমহীয়া পৰীক্ষাত শ্ৰেণীত বুৰঞ্জীত প্ৰথম, অসমীয়াত দ্বিতীয় এনেদৰে হে অঙ্কত পালো শতকৰা দহ। মোৰ এনে পতনৰ স্পষ্ট প্ৰমাণত অঙ্কৰ শিক্ষকে শেষবাৰ

সতৰ্ক কৰিলে; কিন্তু মোৰ শুধৰণ কোনোমতে নহল। শেষ ফল, বছৰেকীয়া পৰীক্ষাত অসমীয়াত প্ৰথম, বুৰঞ্জী আদিতো ভাল ঠাই; কিন্তু অঙ্কত শতকৰা পোন্ধৰ পাই, ঘাই শিক্ষককে আদি কৰি আটাইৰে পূৰ্বকল্পিত ব্যৱস্থা অনুসাৰে, একে শ্ৰেণীতে মই দ্বিতীয় বছৰৰ বাবে "লঙ্গৰ" পেলাব লগা হল।

এই অৱস্থায়ো অৱশ্যে মোৰ ৰোগ ভাল কৰিব নোৱাৰিলে। ১৯১৬ ৰ বছৰেকীয়া পৰীক্ষাত শ্ৰেণীত দ্বিতীয় হৈ নৱম মানলৈ উঠিলো, প্ৰথম হব নোৱাৰিলো। সেইবাৰেই শিৱসাগৰৰ জেৰেঙাৰ পাৰত হোৱা প্ৰথম জয়মতী-তিথিৰ ৰচনা আৰু কবিতাৰ প্ৰতিযোগিতা দুইটাতে মই প্ৰথম হওঁ। ১৯১৮ ত মই দশম মানত; এইবাৰ শিৱসাগৰত সুগায়ক ছাত্ৰ ৺কেশৱচন্দ্ৰ ভট্টাচাৰ্য্যৰ নামত এটি "স্মৃতি-সঙ্গীত" আৰু খেলুৱৈ ছাত্ৰ ৺গগনৰঞ্জন বৰুৱাৰ নামত এটি "মহাৰণ" (১৯১৪-১৮) কবিতাৰ প্ৰতিযোগিতা হয়, আৰু দুইটিতে মই প্ৰথম বঁটা পাওঁ। ইয়াৰ উপৰিও, বিদ্যালয় সভাৰ শ্ৰেষ্ঠ কবিতা-লেখকৰ আৰু আমাৰ ইংৰাজী পঢ়াশালিৰ শ্ৰেষ্ঠ ইংৰাজী আৰু অসমীয়া ৰচনা লেখকৰ বঁটাও মই এই বছৰতে লাভ কৰোঁ।

এই সময়ত পঢ়াশালিৰ তৰ্কসভা আৰু "ভুমুকি" কাকতৰো ময়ে সম্পাদক আছিলো। পূজাৰ বন্ধ আৰু জহৰ

বন্ধৰ বন্ধু বিদায় আৰু বছৰেকীয়া বঁটা-বিতৰণ উপলক্ষৰ গীত সদায় মই ৰচিব লাগিছিল ; এই গীতবোৰৰ কেইটিমান মোৰ "সঁফুৰা"ত সোমাইছে। ১৯১৫ ত আমাৰ শিক্ষকসকলে "মালতী" নামে এখন হাতেলিখা কাকত উলিয়াব খুজি প্ৰথমতে দিব পৰাকৈ এটি পদ্য লিখিবলৈ মোক কয়। সেই সময়ত শিৱসাগৰৰ পৰা ওলোৱা "পুৱা" "জেউতি" "ভুমুকি" আদি কাকতৰ কাহিনী বৰ্ণাই মই "মালতী" নামেৰে এটি পদ্য লিখোঁ, আৰু সি যথাস্থানত প্ৰকাশিত হয়। সেই পদ্য পঢ়ি কেইবাজনো শিক্ষকৰ মনত ভাব হল, ই কোমল বয়সীয়া ছাত্ৰৰ ৰচনা হব নোৱাৰে ; ডাঙৰ কোনোবাই লিখি দিছে। সেইমতে মোক এজন শিক্ষকে মাতি নি তেওঁয়াই পঢ়াশালিতে আম বা কঠালৰ বিষয়ে এটা পদ্য লিখি আনিব পাৰিম নে সুধিলে। মই সেই আহ্বান সবিনয়ে গ্ৰহণ কৰিলো আৰু তাতেই মোৰ "আম" পদ্যৰ জন্ম।

১৯১৫ ত আমাৰ অসমীয়া সাহিত্য বিষয়ৰ শিক্ষক আছিল ৺তীৰ্থনাথ কাকতী। তেওঁ ৰচনাত মোক প্ৰায়ে ১০ ৰ ভিতৰত ১০ আৰু কেতিয়াবাহে ৯ বা ৮ দিছিল। তেওঁ তেতিয়াৰ পৰাই মোক "অথৰ" (গ্ৰন্থকাৰ) বুলি মাতিছিল। আজি জীৱনত গ্ৰন্থকাৰ ৰূপে কৰ্বাত যদি এচিকটাও সিদ্ধিৰ মুখ দেখিছোঁ, তাৰ গুৰিত সেইসকলৰ শুভ আশীৰ্ব্বাদ, সন্দেহ নাই। সহপাঠীসকলৰ ভিতৰতো তেনে উৎসাহ-উদগনি-দিওঁতা কেইবাজনো আছিল। তাৰে দুজন-চাৰিজনে

নানাভাৱে "এই বিষয়ে মোক জোকাই এই বুলি ধেমালিও কৰিছিল—"কবিয়ে কবিতা লিখে, দেখিবলৈ ভাল।
অকবিয়ে কিয় তাত কৰে আহুকাল॥"

---

[ ৫ ]

# অসহযোগ

১৯১৯ৰ মাৰ্চত মই প্ৰবেশিকা পৰীক্ষা দিওঁ। পঢ়াশালিত ইংৰাজী, অসমীয়া আদি বিষয়ত আৰু ঘাইকৈ ইংৰাজীৰ পৰীক্ষাত দ্বিতীয়জনতকৈ সাধাৰণতে বহুত সৰহীয়া নম্বৰ ধৰি মই প্ৰথম হওঁ। গতিকে অঙ্ক আদি বিষয়ত অলপ যত্ন কৰিলেই মই সহজে প্ৰতিযোগিতাত প্ৰথম শ্ৰেণীৰ ২০৲ টকীয়া জলপানি পাব পাৰোঁ, এনে এটা ধাৰণা পঢ়াশালিৰ ভিতৰে আৰু বাহিৰে মোৰ অনেক হিতাকাঙ্ক্ষীৰ আছিল। তেওঁলোকৰ অৱশ্যে জনা নাছিল যে পৰীক্ষাৰ বাবে সাজু হোৱা তেনে মানসিক অৱস্থা মোৰ কেতিয়াও নাছিল বুলিব পাৰি। পঢ়াশালিৰ শেষ পৰীক্ষাৰ সময় ওচৰ চাপিল, কিন্তু অসমীয়াৰ বাহিৰেও মোৰ ইংৰাজী, বঙলা আৰু সংস্কৃতত ৰচনা, পদ্য আৰু গান লিখা চলিয়ে থাকিল। ফলত, কুৰিটকীয়াৰ দি

কথাই নাই, পোন্ধৰ টকীয়া এটি বৃত্তিও মোৰ লাভ নহল; প্ৰথম বিভাগত উত্তীৰ্ণ হলো মাত্ৰ।

জলপানি ধৰিব নোৱৰাত মোৰ উচ্চ শিক্ষাৰ আশা খীণ হোৱাতো, পিতাদেৱে পূৰ্বৰ হেপাহ অনুযায়ী আৰু দদাইদেউৰ সমৰ্থনক্ৰমে মোক গুৱাহাটীত পঢিবলৈ পঠিয়ালে। তেতিয়া কটন কলেজৰ আই-এছ্‌ছি শ্ৰেণীত ঠাই পোৱা টান; বহুত লগৰীয়া বন্ধু হতাশ হলেও মই ঠাই পালো। পঢাশালিতো অঙ্ক মোৰ ওপৰঞ্চি বিষয় আছিল, যদিও এই বিষয়টো মই প্ৰায়ে ভাল নাপাইছিলো। এজন অঙ্কৰ শিক্ষকৰ লগত মোৰ মনে মনে অলপ ফেৰিয়া-ফেৰি চলিছিল। ইংৰাজী-অসমীয়া উভয় বিষয়তে মোৰ বিশেষ ৰাপ থকা দেখি মই স্বভাৱতে অঙ্কত অপাৰগ এই কথা তেওঁ মোক মনাব খোজে, মই নামানো; আৰু এবাৰ তেওঁৰ হাততে মই অঙ্কত প্ৰথম হোৱা কথাটো গা তেওঁ যেন মোক সেই ঠাই দিব নোখোজে, এনে দেখুৱালে। মোৰ বিদ্ৰোহী মনে যেন তেওঁক সবিনয় প্ৰমাণ কৰি দেখাব খুজিলে, "প্ৰতোক শ্ৰেষ্ঠ পাবেৰ ইচ্ছা কৰিলে নিউটন হব পাৰে, কিন্তু প্ৰত্যেক নিউটনে ইচ্ছা কৰিলেও শ্ৰেষ্ঠ-পাবৰ হব নোৱাৰে।' অৱশ্যে মোৰ পৰা সেই প্ৰমাণ হৈ উঠিল বুলি মই নিশ্চয় কব নোৱাৰো।

প্ৰবেশিকা পৰীক্ষাত জলপানি পোৱাত বিফল হৈ পিতাদেউ আৰু দদাইদেউৰ দুখৰ ধনৰ ওপৰতে সম্পূৰ্ণ

ভৰ দি উচ্চ শিক্ষা গ্ৰহণ কৰা কথাটো আদিৰে পৰা মোৰ ভাল নালাগিছিল। তথাপি এক প্ৰকাৰে বাধ্য হৈ সেই দৰে চলিব লগা হোৱাত এইবাৰ অন্ততঃ ইণ্টাৰমিডিয়েটত জলপানি ধৰিবলৈ যত্ন কৰা উচিত বুলি ভাবিলোঁ. যদিও নিশ্চয় সেই ভাবনা কাৰ্য্যৰ লগত পানীত তেলৰ দৰেই আঁতৰি ৰল। কলেজতো ইংৰাজীত সাধাৰণতে প্ৰথম তিনি-চাৰিজন ছাত্ৰৰ ভিতৰতে আছিলো; ইংৰাজী ৰচনাত দহৰ ভিতৰত প্ৰায়ে সাত আঠ পাইছিলো, আৰু দ্বিতীয় বাৰ্ষিকৰ এটা পৰীক্ষাতে ইংৰাজী ৰচনা আৰু সাৰাংশৰ তৃতীয় প্ৰশ্ন কাকতত শতকৰা ৮২ পাই আন এজনৰে প্ৰথম হৈছিলো, যদিও নম্বৰ তিনি-চাৰিকাটি ৮৩ কৰাৰ আগৰখিনি নম্বৰ যোগ কৰিলে ৯২ হৈছিল আৰু পৰীক্ষকৰ মন্তব্য অতিশয় উচ্চ আৰু সন্তোষজনক আছিল। পদাৰ্থবিজ্ঞান আৰু ৰসায়ন বিজ্ঞানো বৰ ৰসাল লাগিছিল আৰু তাতো কলেজৰ পৰীক্ষাবোৰত বেয়া নম্বৰ নাপাইছিলো। অঙ্কৰ অধ্যাপক আছিল ৰায় বাহাদুৰ ৰজনীকান্ত বৰাট আৰু হৰ্ষনাথ সেন। অঙ্ক প্ৰথম বছৰত বৰ ভাল নালাগিলেও দ্বিতীয় বছৰত ভাল লাগিছিল, আৰু অঙ্ক বিষয়টো যে ইমান ৰসাল কৰিব পাৰি এই কথা বুজো অকল ৺হৰ্ষনাথ সেনৰ উদাহৰণত।

১৯২১ৰ জানুৱাৰীতে আই-এছ-ছিৰ বাচনি পৰীক্ষা হবৰ কথা। ১৯২০ৰ বৰদিনত ভালদৰে পঢ়াশুনা কৰিম বুলি ঘৰলৈ আহিবলৈ নহল। কিন্তু মানুহে পাতে, ঈশ্বৰে ভাঙে; অসহযোগ আন্দোলনৰ ঢৌ বাগৰি আহিল,

আৰু কলেজ হষ্টেলৰ কোঠালিৰ মধ্যা দুৱাৰৰ ফাটেও সোমাই সি আমাক জোকালেহি।

১৯২১ৰ ১ জানুৱাৰীত গুৱাহাটীৰ কৰ্জ্জন হলত আমি অসহযোগত যোগ দিয়া সম্পৰ্কে আলোচনা কৰিবলৈ এখন সভা পাতিলোহঁক আৰু দেশভক্ত ৺তৰুণৰাম ফুকনক উপদেষ্টা ৰূপে তালৈ মতা হল। তেওঁ আহিল, কিন্তু সভাপতি হবলৈ অমান্তি হৈ আমাৰ এজন ছাত্ৰকে সেই আসনত বহিবলৈ কলে। নকলেও হব, ফুকন ডাঙৰীয়াৰ জেতিয়ালৈকে কিবা তাৰ কেইবা মাহৰো পাছলৈকে অসহযোগত অটল বিশ্বাস হোৱা নাছিল; কিন্তু অতি সৰহখিনি ছাত্ৰই এই ভাবত উতলা। ছাত্ৰৰ আলোচনাৰ পাছত ফুকন ডাঙৰীয়াই উপ-দেষ্টাৰূপে কলে বোলে যিহেতুকে অসমৰ কথা আনবিলাক প্ৰদেশৰ কথাৰ পৰা বহুত বেলেগ, অসমে এই বিষয়ত আন আন প্ৰদেশৰ নেতৃত্বলৈ বাটচোৱা উচিত; আৰু ছাত্ৰসকলে অসহযোগৰ স্কুল-কলেজ এৰা কথাটো সম্প্ৰতি বাদ দি ৰাগীয়াপ আৰু বিদেশী বস্ত্ৰ বৰ্জনত মন থিৰ কৰা উচিত। এই কথা কোৱা মাত্ৰেই উত্তেজিত ছাত্ৰবিলাকে বিদেশী সাজেৰে যোৱা ফুকন ডাঙৰীয়াক মুখৰ আগতে যি অপমানসূচক কথা কলে আৰু তেওঁ যি ধৈৰ্য্য আৰু মহানুভৱতাৰে তাক সহিলে সেই কথা পাহৰিব নোৱাৰোঁ।

তাৰ পাছত অৱশ্যে ছাত্ৰসকলৰ স্কুল-কলেজ এৰি আহি ঘূৰি সোমোৱা নানা অভিনয় হল; কলেজৰ বাচনি আৰু

বিশ্ববিদ্যালয়ৰ শেষ পৰীক্ষা সকলো যথাসময়ত হল, আৰু অতি তাকৰ সংখ্যক আশাশুধীয়া ছাত্ৰৰ বাহিৰে সকলোৱে তাত যোগ দিলে। আদিৰে পৰা মোৰ মত আছিল মুঠ বান্ধি সকলো ছাত্ৰে কলেজ এৰা উচিত ; পিছে মুঠকৈ নহলেও গুটীয়াকৈয়ে যেতিয়া সৰহখিনি ছাত্ৰই কলেজ এৰি আছিল, আকৌ সৰহখিনি ছাত্ৰই বিশ্ববিদ্যালয়ৰ পৰীক্ষা দিবলৈ নাহিলে মৰো পৰীক্ষা নিদিম বুলি থিৰ কৰি ছাত্ৰাবাসৰ গৰাকিক জনাই ঘৰলৈ আহিলো। পিছত যেতিয়া ঘূৰি যোৱা ছাত্ৰৰ পৰাই বুজিব পাৰিলো যে পোনতে ওলোৱা প্ৰায় আটাইখিনি ছাত্ৰই উলটি আহিল, মযো তেতিয়া ঘূৰি আহি পৰীক্ষাত বহিলো।

আই-এছ্ ছি পৰীক্ষাৰ ফল ওলাল ; প্ৰথম বিভাগত উত্তীৰ্ণ হলো ; কিন্তু এইবাৰো জলপানি ধৰিব নোৱাৰিলো। মাজৰ সেই কেইমাহ কংগ্ৰেছৰ সভ্য পাতি বৰগুনি গোটাইছিলো, আৰু লাহে লাহে আন্দোলন শাম কটাত আকৌ বি-এছ্ ছি পঢ়িবলৈ গুৱাহাটীলৈ গলো। দ্বিতীয় বাৰৰ বিফলতাত ক্ষুণ্ণ হৈ, এইবাৰ পদাৰ্থবিজ্ঞানৰ অনাৰ্ছ লৈ ভালদৰে উত্তীৰ্ণ হম বুলি বি এছ্ ছিত নাম লগালো, আৰু পূৰ্ব্বৰ সজ অনুসৰি ছুদিনতে সেই প্ৰতিজ্ঞাৰ বান্ধ ঢিলা হৈ আহিল। মোৰ অনিচ্ছা সত্বেও নতুন বছৰৰ বাচনিত অসমীয়া ছাত্ৰৰ সাহিত্য সভ্যৰ ( এ-এছ্-এল্-ক্লব্ ) মই ঘাই সম্পাদক নিৰ্ব্বাচিত হলো ; আৰু মোৰ স্বভাৱ অনুসৰি তাত দেহে-কেহে লাগি

গলো। অসহযোগৰ প্ৰথম ঢৌৰ পাছত সেই অনুষ্ঠানৰ নাম মাত্ৰ আছিল; গতিকে নকৈ ধন তুলি পুথি-পাঁজি কিনি সকলো নতুন পাতনিৰে পাতিব লগা হল। সেইবাৰ এই সঙ্ঘৰে এটি অধিবেশনত অধ্যাপক থমাছে "দৰ্শনৰ লক্ষ্য" সম্বন্ধে ইংৰাজীত এখনি অতি জ্ঞানগৰ্ভ ৰচনা পঢ়ে; আৰু তাৰে অসমীয়া ভাঙনি মই ১৩শ বছৰৰ "বাঁহী"ত উলিয়াওঁ।

এইবাৰ এই সকলোবোৰ জপাতিয়াই ধৰাৰ ফলত চতুৰ্থ বাৰ্ষিক শ্ৰেণীলৈ উঠাই টান হৈ পৰিছিল। কোনোমতে উঠাৰ পাছত অনাৰ্চ এৰি 'পাছ'টোকে-ভালদৰে ধাৰবলৈ থিৰ কৰি সাহিত্য-সঙ্ঘৰ ঘাই বাব এৰিলো। কিন্তু তাৰ লগে লগেই সেই অনুষ্ঠানৰ হাতেলিখা কাকত "সেউতী" সম্পাদন কৰাৰ ভাৰ পৰিল; আৰু অধ্যাপক থমাছৰ সভাপতিত্বত হোৱা অসম ছাত্ৰ সম্মিলনৰ বিশেষ অধিৱেশনত এজন সম্পাদক নিৰ্বাচিত হোৱাৰ হাত সাৰিব নোৱাৰিলো।



[ ৬ ]

## ছাত্র সম্মিলন

১৯২২ৰ বৰদিনত অসম ছাত্ৰ সম্মিলনৰ সপ্তম বাৰ্ষিক সম্মিলন বহে। তাৰ আগতে এজন সম্পাদকে সম্মিলন বা সম্মিলনৰ কাৰ্য্যকৰী সমিতিৰ অনুমতি নোলোৱাকৈয়ে "জন্মভূমি নামেৰে এই সম্মিলনৰ মুখপাত এখন তিনিমহীয়া আলোচনী ছপাই উলিয়ায, আৰু তাৰ অন্যতম সম্পাদকৰূপে মোৰ নামো দিয়ে। এই কাৰ্য্যত মোৰ সমৰ্থন নাছিল আৰু একে লেথাৰিযে কেইবাদিনো যি কাৰ্য্যকৰী সমিতি বহি এই বিষয়ৰ বাক্-বিতণ্ডা কৰে, ময়ে তাৰ সভাপতি আছিলো। কামটো অনিয়মিত হলেও উদ্দেশ্য সজ বুজি সেই কাকত-খনিৰ বাবে আৱশ্যকীয ব্যয় কাৰ্য্যকৰী সমিতিত মনোনীত কৰা হল।

কিন্তু বাইকৈ তেতিয়াৰ কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰসকলৰ খড়্গ ভমকৰ নেতৃত্বত এটা প্ৰস্তাৱত "সেই কাকত অসম ছাত্ৰ সম্মিলনৰ নহয়" বুলি আৰু আন এটা প্ৰস্তাৱেৰে "জন্মভূমি" নামে এই সম্মিলনৰ এখন তিনিমহীয়া আলোচনী উলিয়াবলৈ থিৰ কৰি, আওপাকে এই কাকত গ্ৰহণ কৰিবলৈ দিহা কৰিলে। এনে আওপাকীয়া কথা দেখি মই অসন্তুষ্ট হলো, আৰু লগৰ দুজনে সেই কাকত ছাত্ৰ-সম্মিলনক দিবলৈ দিহা কৰাতো, মোৰ কথাতে তেওঁলোকো

ঘুৰিল। তেতিয়া আমিয়ে নিজ দায়িত্বত "জন্মভূমি" উলিয়াবলৈ ধৰিলো; আৰু সন্মিলনৰ কাৰ্য্যকৰী সমিতিয়ে বাধ্য হৈ নকৈ সমষ্টিবিলাকৰ মত লৈ "মিলন" নামেৰে আন এখন আলোচনী উলিয়াবলৈ ললে।

তেতিয়া আমাৰ তিনিওজন সম্পাদকৰে বিশ্ববিদ্যালয় উপাধি পৰীক্ষাৰ সময়, কিন্তু আমাৰ তালৈ সিমান ভ্ৰূক্ষেপ নাই। তাৰ ফলত তিনিও সেইবাৰ উপাধি পৰীক্ষাত অকৃতকাৰ্য্য হলো, আৰু তেতিয়াহে খন্তেকলৈ আমাৰ চেতনা আহিল। তাৰে এজন আঢ্যৱন্ত লোকৰ লৰা, গতিকে তেওঁ ততালিকে কাকত আৰু প্ৰকৃত জন্মভূমি এৰি লণ্ডনলৈ যাত্ৰা কৰিলে, আৰু আমি বাকী দুজনে বহুত থেন-নেথেন কৰি দুনাই ১৯২৩ৰ আগষ্টৰ শেহত চতুৰ্থ বাৰ্ষিক শ্ৰেণীত নাম লগালো।

ঘাই কৰ্ত্তব্যৰ এনে আওহেলা যে অৰ্থনৈতিক কি ধৰ্ম্মনৈতিক কি, সকলো ফালৰপৰা অন্যায় হৈছিল সেইটো বুজিলেও তাৰ সোঁৱৰণ, কিয় কব নোৱাৰোঁ, সৰহ পৰ মনত স্থায়ী নহৈছিল। ১৯২৩ৰ পূজাৰ বন্ধত ছেপ্তেম্বৰৰ শেষত নগাঁৱত দীনবন্ধু ছি, এফ, এন ড্ৰুজৰ সভাপতিত্বত অসম ছাত্ৰ সন্মিলনৰ অষ্টম বাৰ্ষিক অধিবেশন বহে, আৰু তাতেই কোনোবা বন্ধুৰ 'ষড়যন্ত্ৰত' পুনৰ সেই সন্মিলনৰ ঘাই সম্পাদক আৰু "মিলন" কাকতৰ সম্পাদক উভয় ভাৰ মোৰ ওপৰত জাপি দিয়া হয়, নোৱাৰো বোলা তা কৰিব নেদিলে। অৱশ্যে যেনেকৈয়েই হওক ই মোৰেই দুৰ্ব্বলতা সন্দেহ নাই।

সোণকালে খুবি ১৯২৪ৰ বি, এছ্‌ছি উপাধি পৰীক্ষা আছিল। পুৰা পৰীক্ষাত বহোঁ আৰু পৰীক্ষা ঘৰতে "মিলন"ৰ ভিঃ পিঃ কাকতৰ ধন আদি গ্ৰহণ কৰোঁ, আৰু থাই-বৈ উঠি দুপৰীয়া এবোজা নতুন "মিলন" ডাকঘৰলৈ কঢ়িয়াই নি আকৌ ভিঃ পিঃ ডাকত পঠিয়াওঁ। এদিন পদাৰ্থবিজ্ঞানৰ অধ্যাপক এজনে ডাকঘৰত মোক সেই অৱস্থাতে পাই আচৰিত হ'ল আৰু মই সচাকৈয়ে পৰীক্ষা দিছোঁ নে নাই সুধিলে মোৰ উত্তৰ দিবৰ সাধ্য নহ'ল, আৰু তেওঁ৷ "বাৰু, কামৰ মানুহ"—বুলি গুচি আহিল।

সেইবাৰ যিহওক, সেইবাৰ উত্তীৰ্ণ হলোঁ। জুলাই মাহত বাতৰি ওলাল, আৰু সেপ্তেম্বৰ-অক্টবৰত ১৯২৪ ৰ পূজাৰ বন্ধত শিৱসাগৰত বহিব লগা নৱম বাৰ্ষিক সন্মিলনলৈকে মই ছাত্ৰ হৈ থকাৰ কথা ভাবিব লগা হ'ল। কিয়নো, ঘাই সন্মিলনৰ আৰু তাৰ মুখপাতৰ সম্পাদক হোৱাৰ উপৰিও, শিৱসাগৰৰ অভ্যৰ্থনা সমিতিৰো মযে সভাপতি আছিলোঁ; গতিকে সেই-বোৰ বাব ৰাখি ছাত্ৰ নোহোৱাটো কেনেবা লাগিল। কটন কলেজৰ তেতিয়াৰ অধ্যক্ষ ছুড্‌মাৰ্চন ছাহাবে নিজাভাৱে মোক বেয়া নাপালেও, সেই সময়ৰ ছাত্ৰ আন্দোলনৰ গুৰিয়াল ৰূপে মোক ভাল নাপাইছিল। মই বি-এছ্‌ছি পৰীক্ষাত উত্তীৰ্ণ হোৱাত তেওঁ অলপ আচৰিত হোৱা যেন দেখুৱালেও, প্ৰকৃততে তেওঁ বেয়া নাপাইছিল; কিয়নো তেতিয়া অন্ততঃ মই কটন কলেজৰ পৰা ওলোৱাৰ লগে লগে তেওঁ এটা আহুকালৰ হাত

সাৰিব। কিন্তু যেতিয়া মই তাৰ ইংৰাজীৰ এম্-এ শ্ৰেণীত নাম লগাব খোজা কথা কলো, তেওঁ গৰজি উঠিল; আৰু কলে বোলে বি-এছ্ছি উপাধি লৈ মই ইংৰাজীৰ এম্-এ শ্ৰেণীত নাম লগাব নোৱাৰো। তাৰ পাছত অৱশ্যে এম্ এ পৰীক্ষা দিয়াৰ আগতে বি এ উপাধি পৰীক্ষাত উত্তীৰ্ণ হব লগা সৰ্ত্তত বিশ্ববিদ্যালযৰ অনুমতি পাই মই কটন কলেজৰ ইংৰাজীৰ এম্-এ শ্ৰেণীত নাম লগালো, যদিও শেষলৈকে ছুড্মাৰ্ছন ছাহাবৰ মোৰ সম্বন্ধে মনৰ সন্দেহ আৰু কুষাৰি দূৰ নহৈছিল।

সেইবাৰ স্বৰ্গীয সৰোজিনী নাইডু অসম ছাত্ৰ সম্মিলনৰ সভানেত্ৰী হোৱাৰ কথা আছিল; কিন্তু মহাত্মা গান্ধীৰ প্ৰথম ২১ দিনীয়া অনসন ব্ৰতৰ বাবে তেওঁ আহিব নোৱাৰিলে। কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ সভাপতিত্বত সেইবাৰ নবম বাৰ্ষিক অধিবেশনৰ কাম সমাধা হল। মই তাতে মোৰ সকলো বাব ঘুৰাই দিলোঁ; কিন্তু নতুন বাচনিত পুনৰ আগৰ সকলো বাব লবলৈ সভাপতি পমুখ্যে আটাযে মোক আকৌ টানি ধৰিলে। কিন্তু এম-এ উপাধি পৰীক্ষাটো ভালদৰে দিবলৈ থিৰ কৰিছো বুলি কৈ চলে-বলে সেইবোৰৰ হাত সাৰিলোঁ, কিন্তু "মিলন"ৰ সম্পাদকৰ বাব তাৰ পাছতো আৰু দুবছৰলৈ থাকিল।

বি-এছ্-ছি পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত মই আকৌ পিতাদেউ আৰু দদাইদেউৰ গাত ভৰ দি চলা নিতান্ত অন্যায়

বুলি ভাবিলো। গতিকে পুৱা-গধূলি আজৰি সময়ত কাম কৰি মোৰ চলিবৰ খৰচ মাহিলি ৩৫৲ টকা উলিয়াইছিলো। ৺চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়াৰ নিউ প্ৰেছৰ পৰা, আৰু এম্-এ পঢ়া দুবছৰ মোৰ সেইদৰেই চলিল। স্বৰূপতে কিন্তু ছুড্মাৰ্চ্চন ছাহাবৰ আশঙ্কাই সচা হল; মোৰ এম্-এ পঢ়া এটা কবৰ কথা হে হল। তেতিয়া মই চৌবিশ ঘণ্টাৰ ভিতৰত প্ৰায় ওঠৰ ঘণ্টাকৈ কাম কৰিছিলোঁ; পুৱা দুঘণ্টা আৰু আবেলি দুঘণ্টা নিউ প্ৰেছক দি, বাকী চৈধ্য ঘণ্টা ছাত্ৰ সম্মিলন, "মিলন", 'বাঁহী" আদিৰ উপৰিও নানা জনৰ পুথিৰ পাণ্ডুলিপি আৰু আৰ্হিকাকত শুধৰোৱা, নানা আলোচনীলৈ প্ৰবন্ধ লিখা আদি 'অনাহাৰী" কামত সপিছিলোঁ।

১৯২৫ ত বি-এ পৰীক্ষাটো দিবলৈ বুলি নন্-কলেজিয়েট মাছুল আদি পঠিয়ালোঁ। কিন্তু এম্ এ শ্ৰেণীৰ আজৰি ঘণ্টাবোৰত কিয় বি-এ শ্ৰেণীত নবহিলোঁ, নপঢ়াকৈ পৰীক্ষা দিবলৈ ওলাই অনাহক টকাবোৰ মই কিয় পানীত পেলাব খুজিছোঁ, ইত্যাদি নানা আসোঁৱাহ দেখুওৱাৰ বাবে ছুড্মাৰ্চ্চন ছাহাবৰ লগত লাগিযে সেইবাৰ বি-এ পৰীক্ষা দিয়া নহল। ১৯২৬ ত আকৌ সেই অৱস্থাৰে পুনৰাবৃত্তি! কিন্তু এইবাৰ বাহিৰে বাহিৰে সকলো মাছুল বিশ্ববিদ্যালয়লৈ পঠিয়াই আবেদন পত্ৰখন মাত্ৰ অধ্যক্ষৰ স্বাক্ষৰিত কৰাই পঠিওৱা হল।

১৯২৬ ৰ ১০ এপ্ৰিলত ইংৰাজীৰ এম্-এৰ বক্তৃতা শেষ কৰি ঘৰলৈ আহিলোঁ। পিতাদেউৰ স্বাস্থ্য পৰি গৈছে

আক ঘৰৰ বৰ লৰা ৰূপে মই সংসাৰৰ দায়িত্ব লব লাগে, এনে কথা কৈ তেতিয়াৰ শিৱসাগৰৰ গৱৰ্ণমেণ্ট পঢ়াশালিৰ ঘাই শিক্ষকজনে ১৯ এপ্ৰিলৰ পৰা মোক কামত সুমাই লয়ে। আগষ্টৰ আগভাগত ভু পালো, মই বি-এ পৰীক্ষাত উত্তীৰ্ণ হলো। তেতিয়া পৰীক্ষাৰ মাচুল পঠিয়াই কোনোমতে ১২ দিনৰ বিন-বেতনৰ ছুটি লৈ এম্-এ দিবলৈ কলিকতালৈ গলোঁ। তিনি মাহৰ মূৰত ভু পালো, আঠখন উত্তৰকাকতৰ সাতখনত উত্তীৰ্ণ হলো, এখনত উত্তীৰ্ণ হব নোৱাৰি এম্-এ উপাধি লাভ কৰা নহল।

[ ৭ ]

# ভগৱতীপ্ৰসাদ

পুৰণি গ্ৰীকসকলৰ অন্ত্যেষ্টি ক্ৰিয়া যিদৰে সম্পন্ন হয়, ঠিক সেইদৰেই ইতালীত সাগৰৰ পাৰত এজন ইংৰাজ কবিৰ মৃত দেহ সাগৰৰ বালিৰ মাজৰ পৰা উলিয়াই চিতাগ্নিত অৰ্পণ কৰা হৈছিল, সেইজনেই উনৈশ শতিকাৰ ইংৰাজী সাহিত্যৰ 'দেৱদূত' শ্যেলী। পুৰণি কালৰ গ্ৰীক পুৰোহিত সকলৰ দৰে, তেওঁৰ চিতা-জুইত যিজনে সুৰা আৰু সুগন্ধ ঢালিছিল, তেৱেঁই বিখ্যাত ইংৰাজ কবি লৰ্ড বাইৰন। যিজন কবিয়ে সদায় মানুহক অকল বিদ্ৰূপকে কৰি আহিছিল, এই দৃশ্যপটৰ মাজত সেই বাইৰনৰো দুচকু সেমেকি উঠিল, আৰু চকুলো লুকাবৰ বাবে তেওঁ পগলাৰ দৰে হো হোকৈ হাঁহিবলৈ ধৰিলে। শ্যেলীৰ দেহৰ অৱশেষৰ ফালে চাই যেতিয়া তেওঁৰ বুকু ভাগি আহিবলৈ ধৰিছিল, তেতিয়া তেওঁৰ অন্তৰ মথি মা'থান এষাৰ মাত বাহিৰ ওলাইছিল—"হায়, প্ৰমিথিউচ্।" পাঁচ ছদিনৰ মৰত যেতিয়া পোনতে উপসাগৰৰ বালিত শ্যেলীৰ শবটি পোৱা হৈছিল, তেতিয়া গাৰ ওলাই থকা ভাগ সাগৰৰ জলচৰ জন্তুৱে খাই শেষ কৰা আছিল, তেওঁৰ চোলাৰ মোনাত এফালে এখন শ্বফক্লিছ্ আৰু আনফালে কালৰিকে পঢ়ি হুনাই পঢ়িবলৈ বুলি পাত মেলি ওলোটাই ভৰাই থোৱা কীটছৰ এখন কবিতা পুথি। এযে শ্যেলীৰ অন্তিম।

ঠিক প্ৰায় সেইদৰেই সিদিনা দিছাঙত সলিল-সমাধি লভিলে অসমীয়া নীৰৱ শ্যেলী ভগৱতীপ্ৰসাদে ; সেই প্ৰায় একে বয়স, যেন সেই নিচিনা অভিজাতৰ আলসুৱা ডেকা, সেই সুন্দৰ দেৱদূতৰ মুখশ্ৰী, সেই কবিপ্ৰাণ, কিন্তু নিজ দেশ বা প্ৰদেশ নালাগে নিজ বন্ধু-বান্ধৱৰ মাজতো অখ্যাত, বাহিৰে অভিজাতৰ খোলা থাকিলেও ভিতৰি সাম্যবাদৰ শাহ, উন্মত্ত বিপ্লৱবাদী নহলেও ধীৰ সংস্কাৰকামী। ভগবতীপ্ৰসাদ মোৰ শৈশৱৰ সহপাঠী আৰু গুণগ্ৰাহী সতীৰ্থ। দশম বছৰৰ দশম সংখ্যা "বাঁহী"ত ভয়ে ভয়ে মোৰ "উপহাৰ" কবিতাটি ছপা হৈ ওলোৱা দেখি তেওঁ সোণাৰিৰ পৰা মোলৈ লিখে—

"মৰমৰ ডিম্বেশ্বৰ, আজি 'বাঁহী'ত তোমাৰ কবিতা এটি দেখিলোঁ। তাৰ পাছত অৱশ্যে পঢ়িছোঁ আৰু পঢ়ি পঢ়ি সোৱাদো লৈছোঁ। মোৰ যদি ভুল হোৱা নাই, আমাৰ সদৌ সাহিত্যিক সমাজত তোমাৰ এয়ে প্ৰথম প্ৰকাশ। এই উপলক্ষে মোৰ সবল অভিবাদন জনালোঁ। তোমাৰ কবিতাৰ মোকোহত সামাবলে মোৰ এটা ধাৰণা আছে। কবিতা জীৱনৰ আৰু আদৰ্শৰ পোৰৰ উভয়ৰ সমাবেশত কাব্যৰ সৃষ্টি। তাৰ জীৱন নো কি? ধৰা, এটা ব্যক্তিগত জীৱন, কিমান সুন্দৰ, কিমান প্ৰেমময়, কিমান আশাপূৰ্ণ, কিমান ব্যথিত, কিমান করুণ। এয়েহে কাব্যৰ কথা। এতিয়া ছন্দৰ আৱশ্যক, সুৰৰ আৱশ্যক। সুৰ মৰতৰ নহয়, সি আদৰ্শৰ।

আদৰ্শৰ পৰশনত কথাই প্ৰাণ পায়, তাতেই কবিতাৰ জনম। কাব্যৰ সুৰেই তাৰ suggestiveness, যেন জোনাক নিশাৰ বনৰ চঁযা।—বাক এতিয়া কোৱঁাচোন, তোমাৰ কিতাপখন উলিওৱাৰ কি হ'ল? কিমান বাট চাব লাগিব?=সম্প্ৰতি মই ঘৰত, এসপ্তাহমানতে কলিকতালৈ উভতিম। মোৰ সম্ভাষণ। তোমাৰ—শ্ৰীভগৱতী প্ৰসাদ বৰুৱা। সোণাৰি, ফাগুন ৭, ১৮৪১।"

তাৰ পাছত মোৰ প্ৰথম প্ৰকাশিত পুথি "মালিকা" পাই লিখে—

"মৰমৰ ডিম্বেশ্বৰ, তোমাৰ চিঠিখন আৰু আমাৰ সাহিত্যৰ ভঁৰালত তোমাৰ লখিমী "মালিকা"খন আজি এমাহমানৰ আগেয়ে আহি হাতত পৰিছে। সদায়েই তোমালৈ লেখোঁ লেখোঁ বুলি লেখিব পৰা নাই; ইমান অসমৰ্থতা—কিমান, তুমি বুবুজিবও পাৰা, বুজিবও পাৰা আৰু সেইমতে বেযা পাবও পাৰা বা বেয়া নেপাবও পাৰা; মই যদিও বুজিবা বুলি আশা কৰিছেই আৰু বেযা নেপালে ভাল পামেই।=তোমাৰ কৱিতা পঢি মুগ্ধ হৈছোঁ। তোমাৰ কাপে অমৃত বৰষক।=ছেগ বুজি 'মালিকা'ৰ কথা তোমালৈ লেখিম,...'সমালোচক' স্বৰূপে নহয়; কাৰণ মই তেনে হবপৈ ঘিণ কৰোঁ আৰু নহওঁ।—সাদৰ লবা। তোমাৰ মৰমৰ শ্ৰী ভগৱতী প্ৰসাদ বৰুৱা।—The Ogilvie Ho-tel, চিৎপুৰ, কলিকতা। মাচ ১৪, '২২।"

তেওঁৰ অনুৰোধ মতে মোৰ "সন্ধিয়া" কবিতাটো ( পাছত "বাঁহী" আৰু "ইন্দ্ৰধনু"ত প্ৰকাশিত ) পঠিওৱাত তেওঁ লিখে—

"মৰমৰ নেওগ, মোৰ পাবলগীয়া হয় নে নহয় কব নোৱাৰোঁ, তোমাৰ দিবলগীয়া কবিতাটিৰে সৈতে, তোমাৰ এখানমান পত্ৰখনি পাবৰ আজি ভালেমান দিন হ'ল। ইয়াৰ ভিতৰতে তুমি মোৰ পৰা বহুত আগেয়েই শুনিবলৈ আশা কৰিছিলা। তোমাক নিৰাশ কৰিবৰ মোৰ স্বত্ব নাই, তোমাৰ মতে 'সত যোৱা' নোযোৱাৰ কথা এৰিও। দৰাচলতে সতটো নেযায়েই। মোৰ মনেৰে মোৰ অসমৰ্থতালৈ সহানুভূতিৰে লক্ষ্য কৰিলে তুমি ইমান সোনকালেই নিৰাশ নোহোৱা।=তোমাৰ চিঠিৰ সন্নিধানত তুমাৰ লেখিবলৈ ইয়াৰ পূৰ্ব্বেও বহুত হেঁগ পাইছিলোঁ। কিন্তু অকল সিমানতেই নহয়; মোৰ দুৱাৰদলিত তোমাৰ অতিথি আহি ঠিয়! মই কৈছোঁ তোমাৰ কবিতাটোৰ কথা।

'সন্ধিয়া'ৰ এটা ভাবে, তাৰ মুখ্য ভাবটোৱে, মোক বিশেষকৈ মুগ্ধ কৰিছে। মই সদায়েই এই কথাটো অনুভৱ কৰোঁ যে সন্ধিযাৰ বিদাযৰ সুৰ সত্য হয় কেৱল ৰাতিৰ আহ্বানতেইহে। দিনৰ তৰফৰপৰা সন্ধ্যাৰ বিদায়-বিননি যিমানেই করুণ হওক, সি এটা ডাঙৰ সত্যৰ কাৰণেহে মোৰ মৰ্ম্ম পৱিত্ৰ কৰি তোলে। সি হৈছে ৰাতিৰ অনাদি গান।=দিনৰ সজাৰ পৰা সন্ধিয়াৰ সুৰুঙাইদি যেতিয়া আমি ৰাতিৰ মুকলি আকাশত ওলাওঁহি, তেতিয়া

প্ৰাণত এই অনাদি গান আহি পৰে। সি আহ্বানৰ গান, মিলনৰ আহ্বান; অভিসাৰৰ আহ্বান। ওৰে দিনটোৰ ক্লান্তিৰ অৱশতাৰ শেহত সন্ধিয়াৰ উৎসৱ, তাৰ সাৰ্থকতা ৰাতিৰ এই আৱাহনতেই। দিন সসীম, সংকীৰ্ণ, পোহৰৰ সজ্জাত বন্দী: ৰাতি অসীম, অনন্ত, আন্ধাৰৰ প্ৰসাদত মুক্ত। সচাকৈয়ে এন্ধাৰ মই ভাল পাওঁ, ৰাতি মই ভাল পাওঁ। দিন অতি বাস্তৱ, সেইদেখি অতি কঠোৰ; তাৰ চাৰি সীমাই কল্পনাক নিদাৰুণভাৱে বাধা দিয়ে। ৰাতিত সেই বাধা নাই; তাত মাথোঁ অনন্তৰ নিমন্ত্ৰণ। ৰবি ঠাকুৰৰ কবিতাৰ এঠাইত পাইছিলোঁ—

'আধাৰ তাৰে ডাক দিয়েছে কেঁদে।
আলোক তাৰে ৰাখল না আৰ বেঁধে॥' (পলাতক)

তেতিয়া মোৰ সেই অনুভূতিয়েই বেছি স্পষ্ট হৈছিল। আজি 'সন্ধিয়া'ৰ কবিৰ লেখাত যেতিয়া পঢ়িলোঁ—

'তিমিৰৰ অঙ্গে অঙ্গে হিয়াৰ কবিতা মোৰ
ভৰি পৰে পূৰ হই সন্ধিয়া বায়ুৰে। ...
হৃদয়-পৰ্বত মোৰ তেতিয়া নীৰলে জ্বলে
শীতল আলোক ঢালি তৰা দীপলিপ্।
হিয়াৰ উন্মাদ মোৰ লাহে লাহে জুৰ কৰি
জ্বলি উঠে সুশীতল জোনাকী প্ৰদীপ!
গছে গছে নই বিলে স্মৃতিৰ মুকুতা জ্বলে:
হিয়া মোৰ পূৰ্ণ আজি তাৰেহে মায়াৰে॥'

—তেতিয়া সেই ৰাতিৰ আহ্বান মোৰ কাণত আৰু সুমধুৰ সুমঙ্গল হৈ বাজি উঠিছে। কিন্তু হায়! এতিয়াও কিজানি মই দিনৰ বন্দীশালতেই :=ৰাহী-বিয়াৰ শূন্যতাৰ দৰে, উৎসৱৰ পাছত যি এটা ফাঁক থাকে, এই 'সন্ধিয়া'ৰ কবিৰ লেখাতো তাৰ চিন দেখা যায়। ৰাতিৰ গম্ভীনতাই কালত তাক ঢাকি পেলাব॥ সমালোচকৰ 'ৰাই' লেখা নাই। লেখিবৰ যোগ্যতাও নাই। ইমানতেই মোৰ অতিথিৰ সৈতে এতিযালৈ মেলানি॥ তোমাৰ চিঠিত লিখিছা, তোমাৰ জীৰ্ণমন্দিৰ সংস্কাৰৰ কাৰণে সহায় লাগে। অজলা কবি, মই Constructionত নাই, creationত হে। সচাকৈয়ে নিৰ্ম্মাণ কৰা বিষয়ত মই নিচেই অপটু; অপটু কিয়, অসমৰ্থ। সৃষ্টিহে মোৰ আদৰ্শ, তাতেইহে মোৰ আনন্দ। সেইদেখি আৰু......নিজৰ দোষতেই তোমাৰ চিঠি পত্ৰৰ পৰা বঞ্চিত হৈ আছোঁ। আশা কৰো তুমি এইবাৰ টপৰাই লেখি মোৰ আচৰণৰ Noble revenge লবা। মোৰ ভাল। তোমাৰ মঙ্গল কামনা কৰোঁ। ইতি, সোণাৰি, জেঠ ১৫, ১৮৪২। তোমাৰ শ্ৰীভগৱতী প্ৰসাদ বৰুৱা।

---

# থানেশ্বৰ হাজৰিকা

১৯১৯ ত মই কটন কলেজলৈ যাওঁতে কবি ৰূপে থানেশ্বৰ হাজৰিকাৰ বৰ নাম, তেওঁ তেতিয়া তৃতীয় বাৰ্ষিক শ্ৰেণীত। দুৰ্ভাগ্যক্ৰমে মই যোৱাৰ লগে লগে তেওঁ কবিতাত চাহ এৰা দিয়ে। কবিতা লিখাৰপ্ৰথম উৎসাহ উদগনি মই নিশ্চয় তেওঁৰ পৰা পাওঁ, সকতে অনেক সময়ত দুয়ো ধেমালিতে অৰিয়া-অৰি কৰি পদ্য লিখিছিলোঁ। আৰু তেতিয়াও নিশ্চয় মৰমতে তেওঁ মোৰ আগত ঘাটি মানি দেখুৱাইছিল। বৰ্ত্তমান অৱশিষ্ট কবিতাৰ ভিতৰত তেওঁৰ "গোহাঞি গাভৰু' নামৰ ভাঙনি কবিতাটি অনুপম। কলেজ এৰাৰ পাছত তেওঁৰ লিখা আৰু পাতল হল, কিন্তু চৰ্চ্চা হলে সদায় আছিল। তেওঁ মোৰ আইদেউৰ দুমলীয়া ভায়েক; বয়সত প্ৰায় সমান বাবে আমাৰ সম্বন্ধত সতীৰ্থ আৰু গুণগ্ৰাহী বন্ধুৰ ভাৱহে বৰকৈ জিলিকিছিল। মোৰ "মালিকা" পুথি পাই তেওঁ লিখিছিল—

"কল্যাণবৰেষু, মৰমৰ বাপু, সাদৰী বাইদেউৰ পৱিত্ৰ নামত তোমাৰ প্ৰকৃত সন্তানোপযোগী নন্দন পাৰিজাতৰ প্ৰথম উৎসৰ্গিত "মালিকা"ৰ সুৰভি হেপাহ পূৰাই সম্ভোগ কৰিলোঁ। মই সমালোচক নহওঁ, সমালোচক হবলৈ

যত্ন কৰিলেও তোমাৰ অমিয়া-বৰষা লেখনীৰ সমালোচক হব নোৱাৰো।……মোৰ বন্ধুসকলৰো বহুত প্ৰশংসা।…… তোমাৰ "মৰম-ভিখাৰী"য়ে তোমাক অকলে কৰি কৰি ৰাখিব।…মই তোমাৰ কবিতাৰ আজি প্ৰশংসা নকৰো, 'বাঁহী'ৰ 'মৰম-ভিখাৰী' পঢ়িবৰ দিনাই যি মন্তব্য প্ৰকাশ কৰিব লাগে কৰিলোঁ। তোমাৰ 'মৰম' ভিখাৰীয়ে, মোৰ বিশ্বাস, সাহিত্যৰ আদৰ থাকে মানে অসমীয়া সাহিত্যিকৰ হৃদয়ৰ দুৱাৰ দলিত সদায়ে মাত লগাব— 'ভিক্ষাং দেহি!' =তোমাক মোৰ তোমাৰ ওপৰত যি কেৱা স্বত্ব আছে তাৰ সকলোখিনিৰে আজি আগবঢ়াই দিলোঁ বাণীৰ পৱিত্ৰ মন্দিৰলৈ। আৰু মোৰ আন্তৰিক স্নেহেৰে আজি তাৰ বাবে তোমালৈ মধুৰ সম্ভাষণ জনালো। ইতি। তোমাৰ শুভাকাঙ্ক্ষী—শ্ৰীথানেশ্বৰ হাজৰিকা, আসাম লজ্জ, লাবান, শিলং। ২।৩।২২"

ইয়াৰ তিনি বছৰৰ পাছত মোৰ "থুপিতৰা" পুথিখনি পাই সেইদৰেই তেওঁ আকৌ লিখে—

'শ্ৰীমানেষু, তোমাৰ সাদৰী উপহাৰ "থুপিতৰা"ৰ সলনিত মোৰ শলাগনি আশীষ পঠিয়াইছোঁ। সাহিত্য-ক্ষেত্ৰৰ মাজেদি তুমি যেন তোমাৰ জীৱনৰ লক্ষ্য ভেদ কৰা, এয়ে আজি মোৰ ঈশ্বৰৰ ওচৰত সৰল গোহাৰি। 'থুপিতৰা'ৰ, কপালী জোনাকে তোমাক আজি উজ্জ্বল কৰি তুলিছে। আজি তোমাৰ জীৱনৰ এই এটি লোভনীয়.

উচ্চ স্তৰ। এই উচ্চ স্তৰত মই তোমাক সাদৰে সম্বৰ্দ্ধনা কৰোঁ। মোৰ প্ৰীতি সম্ভাষণ৷ গ্ৰহণ কৰিবা।— মোক 'থুপিতৰা'ৰ এটি তৰাই জীৱনৰ ঘোপমৰা আঁউসীতো সুকলমে বাট দেখুৱাই নিব পাৰিব বুলি মোৰ দৃঢ় বিশ্বাস। সেই "মৰম-ভিখাৰী" তৰাটিয়ে জীৱনৰ আকুল সমুদ্ৰৰ মাজতো মোৰ দৰে ভগ্ন-তৰী যাত্ৰীৰ শতেক বিঘিনি-ভৰা দুৰ্গম পথ সুগম কৰি নিব বুলি মই কব পাৰোঁ। 'মৰম-ভিখাৰী' মোৰ বুকুৰ কুটুম, জীৱনৰ সহচৰ। ⋯⋯তোমাৰ—শ্ৰীখানেশ্বৰ। লাবান, ৯।৯।২৫।"

এইখিনি সময়ৰ পাছতে তেওঁ এগৰাকী ফৰাচী তিৰুতাৰ সহায় লৈ বিখ্যাত ফৰাচী ঔপন্যাসিক ভিক্টৰ হিউগৰ "লে মিজাৰাব্ল" উপন্যাসৰ প্ৰথম কেই অধ্যায়মান ভাঙি মতামতৰ বাবে মোলৈ পঠিযায। মই তেতিয়া গুৱাহাটীৰ নিউ প্ৰেছত। ৺চন্দ্ৰকুমাৰ আগৰৱালাক দেখুৱালো, তেৱোঁ এই ভাঙনি বৰ শলাগিলে। দুয়ো মীমাংসা কৰি ভাঙনিটিৰ নাম দিলোঁ "দীন-দুখী"; আৰু ততালিকে প্ৰতি সংখ্যাত এক অধ্যাযকৈ "বাঁহীত" ছপাবলৈ দিয়া হ'ল। ইয়াৰ ভিতৰতে ইম্পিৰিয়েল ডেইৰী ডিপ্লমা কৰ্ছৰ বাবে গৱৰ্ণমেণ্টৰ বৃত্তি লৈ সক মোমাইদেউ দক্ষিণ ভাৰতৰ বেঙ্গালৰলৈ গ'ল। তাৰপৰা তেওঁ মোলৈ লিখে—

"শ্ৰীমানেষু, তোমাৰ ৩ তাৰিখৰ চিঠি। মোৰ মৰম-সাদৰ যাচিলোঁ।—তুমি মোৰ প্ৰবন্ধখিনি পঢ়ি

সন্তোষ পোৱা শুনি মই নথৈ গৌৰৱ পাইছোঁ। তোমাৰ ভাল লগা মানে প্ৰধান সাহিত্যিকসকলৰ ভাল লগা। অৱশ্যে ইতিপূৰ্ব্বেও তোমাৰ প্ৰশংসাৰ ওপৰঞ্চি আৰু দুই এজনৰ প্ৰশংসাও পাই আছিলোঁ। তথাপি তুমি এতিয়া বাণী মন্দিৰৰ নবীন পুৰোহিত হলেও লেখৰ পূজাৰী। সাহিত্যৰ লগত তোমাৰ সম্বন্ধ খন্তেকীয়া নহয়, দিন-ৰাতি একাকাৰ কৰি ঘনিষ্ঠ সম্বন্ধ। তুমি সাহিত্যৰ লগত wedded, গতিকে তোমাৰ পৰ মোৰ মানস-সন্তানৰ যি প্ৰশংসা পাম, সি তৰ্ক-বিতৰ্কৰ সীমাৰ বাহিৰ। সেইহে তোমাৰ প্ৰশংসা-বাণীযে মোৰ মূৰত বিজয় মুকুট দাঙি ধৰিছেহি।......আজিলৈ আৰু একো নেলেখোঁ। এপ্ৰিলত ঘৰলৈ যাম। তুমিও যাবলৈ চেষ্টা কৰিবা। ঘৰতে নীৰলে বহি কথা-বতৰা হম। মোৰ মঙ্গল। তোমাৰ কুশল কামনা কৰিলোঁ। ইতি, তোমাৰ মৰমৰ—থানেশ্বৰ। Imperial Dairy; Bangalore. 10th March,' 26."

ইয়াৰ ভিতৰতে 'বাঁহী'ত তেওঁৰ "দীঘলপুখুৰী" সম্পূৰ্ণ হৈ ওলায়, আৰু তেওঁ সদৌ ভাৰতীয় প্ৰতিযোগিতাত ইম্পিৰিয়েল ডেইৰীত অনাছ লৈ উত্তীৰ্ণ হৈ দক্ষিণ ভাৰতৰপৰা ঘূৰি আহি গুৱাহাটীত খানাপাৰা ডেইৰী ফাৰ্মৰ গৰাকী হযহি। ধুবুৰীৰ পৰা পঠিওৱা মোৰ "মালতী" পাই তেওঁ লিখে—

"মৰমৰ বাপু, তোমাৰ প্ৰীতি-ফুলৰ উপহাৰ 'মালতী'ৰ চাকিটি পাই নথৈ ৰঙ পালোঁ। সলনিত মোৰ হিয়াভৰা আশীৰ্ব্বাদ তোমালৈ এই চিঠিৰ বোকোচাতে

বান্ধি পঠিয়ালো ; লবা, দেইবা ।—আজিকালি কৱিতাত কিবা ৰাপ নাইকিয়া হ'ল । কিন্তু, কিয় কব নোৱাৰো, তোমাৰ কৱিতাবোৰ দেখোন পঢ়িবৰ মন যায়—পঢ়ি থাকিলে এৰিব নোৱাৰো। তোমাৰ কৱিতাবোৰত কিবা এটা মোহিনী আছে······গতিকে তোমাৰ কৱিতাত প্ৰকৃত কৱিতা আছে । বৰ ভাল পালো কেইটিমান কৱিতা । হিয়া-বীণাখনিৰ কেইডালিমান বাজোঁ-বাজোঁ কৰি থকা অথচ হাত বুলাব নজনা বাদকৰ অভাৱত নবজাকৈ থকা, তাঁৰকেডালি তোমাৰ কৱিতাৰ কোমল আঙুলিৰ সুনিপুণ বুলনিয়ে হঠাৎ কালি বজাই তুলিলে । মনত পৰিল শৈশৱৰ অতি চেনেহৰ সেই পুণ্যসলিলা দিখৌ, দিখৌৰ অকাই-পকাই যোৱা মথাউৰি, দিখৌৰ বুকুত মাৰ যোৱা ৰাঙলি বেলি, আৰু শঙ্কাকুল সংসাৰৰ মাজলৈ আগবাঢ়ি আহি থাকোঁতে ছুৱাৰদলিত, জপনামুখত, তিনি-আলিৰ মূৰত, ভিন্ ভিন্ কৈ এৰি থৈ অহা শৈশৱৰ লগৰীয়াইঁত, যিবিলাকে আজি মুকলি আকাশৰ তলত মুকলি পথাৰৰ মুকলি বতাহত সৰল চহা-জীৱন যাপন কৰি চিন্তা-ভাবনাহীন কাল কটাব লাগিছে । আহা, কি, সুখৰ জীৱন সিহঁতৰ ! আশা-আকাঙ্ক্ষা ভয়-ভ্ৰান্তিৰ লেশ মানো নাই ! তোমাৰ কৱিতাই কতক চাগৈ অতীতৰ পাহৰা এপিঠি লুটিয়াই দি সৌঁৱৰাই কব লাগিছে, "Our sweetest songs

are those that tell of saddest thought !" ধন্য তুমি ! তোমাৰ জীৱন দীঘল হক ।—মোৰ ভাল । তোমাৰ মাজে মাজে লিখিবা বুলি আশা কৰিলো । তোমাৰ— শ্ৰীথানেশ্বৰ । খানাপাৰা, গুৱাহাটী , ২২ মে, ১৯২৮ ।"

---

[ ৯ ]

## ৰাজেন্দ্ৰনাথ বৰুৱা

১৯১১ ত মই ইংৰাজী চতুৰ্থমান শ্ৰেণীত পঢ়োতে এজন শিক্ষকে মোৰ পঢ়াত সন্তুষ্ট হৈযে হবলা, মৰমত পমি সৰু সৰু ইংৰাজী শব্দেৰে কৈছিল—'ডিম্বেশ্বৰ ডাঙৰ মানুহ হব ।' তেওঁৰ ভৱিষ্যৎ বাণী কোনোফালে মোৰ কপালৰ দোষত নফলিবালে যদিও, তেওঁৰ সেই আশীষ-বচনে নিশ্চয় মোক তললৈ যাবলৈ নিদিলে । সেই শিক্ষকজনেই ৺ৰাজেন্দ্ৰনাথ বৰুৱা, তেতিয়া সম্ভৱতঃ ইন্‌টাৰমিডিয়েট পৰীক্ষা দি আহি অস্থায়ীকৈ কামত সোমাইছিল , তাৰ পাছত ১৯১৩-১৪ মানতহে তেওঁ স্থায়ী শিক্ষকৰূপে নিযুক্ত হয় । অন্তিম কাললৈকে অন্তৰ্জ্যোতিৰে সুন্দৰ মুখশ্ৰী, সুন্দৰ হাব-ভাব, সুন্দৰ ভাষা ; তেওঁ আমাৰ হৃদয়ৰ আদৰ্শ স্বৰূপ আছিল । স্থায়ীকৈ শ্ৰেণীত তেওঁ মোক কোনো বিষয় পঢ়াবলৈ নাপাইছিল । ১৯১৪ৰ

ডিব্ৰুগড়ৰ বিদ্যালয় সভাৰ প্ৰথম ছমহীয়া অধিবেশনত পঢ়া তেওঁৰ কবিত্বপূৰ্ণ ছমহীয়া বিৱৰণখনি পোনতে শুনি মই মুগ্ধ হওঁ। তাৰ উপৰি কেতিয়াবা শ্ৰেণীত আৰু কেতিয়াবা তৰ্ক-সভাত তেওঁৰ অতি সৰল সুৱলা ভাষা আৰু সুৱদি ভাবৰ বক্তৃতাই মোক মোহিত কৰে। এবাৰ ১৯১৮ সনত শঙ্কৰদেৱৰ তিথিৰ উপলক্ষে দাৰ্শনিক ভাবৰ কবিত্বপূৰ্ণ ভাষাৰ তেওঁ যিখনি ৰচনা সুৱলাকৈ পাঠ কৰিছিল আৰু "উষা"ত তেওঁৰ 'চুপহি' বুলি যিটি অপূৰ্ব্ব অনুপম কবিতা ওলাইছিল, তেওঁৰ গদ্য-পদ্য ৰচনাৰ ওখ আৰ্হিৰূপে সেইবোৰে মোৰ মনত একোটি মচ নোযোৱা ৰেখা আঁকি দিছিল। অতি অভাজন ছাত্ৰ হলেও তেওঁৰ মোৰ ওপৰত বিশ্বাসৰ আতিশয্য দেখা পৈছিল আৰু শিৱসাগৰ ইংৰাজী বিদ্যালযৰ পৰা উত্তীৰ্ণ হোৱা কৃতী ছাত্ৰসকলৰ ভিতৰত, কাৰো কাৰো আগত, তেওঁ মোকে আগশাৰীৰ আগ ঠাই দিযা বুলি শুনিছিলো; ই গুণৰ বিচাৰতকৈ স্নেহ-বাৎসল্যৰ প্ৰভাৱ নিশ্চয়। মই কটন কলেজৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীত পঢ়োঁতে তেওঁ মোলৈ লিখিছিল—

"মৰমৰ ডিম্বেশ্বৰ, তুমি যোৱাৰ প্ৰায এসপ্তাহ মানৰ পাছতে মোৰ মৰমৰ ভনী-জোঁৱাই ৺যাদৱপ্ৰসাদ হুৱৰা ঢুকাল। মোৰ সৰু ভনী নিচেই কুমলীযা বযসতে নিচেই সৰু লৰা-ছোৱালী তিনটিৰে বিধৱা হ'ল। ৺যাদৱ অৱস্থাপন্ন লোক আছিল। বয়স ত্ৰিশ বছৰ মাথোন হৈছিল। বাগিচা দুখনৰ গৰাকী আছিল আৰু তেওঁৰ দ্বাৰাই দেশৰ

ৰাবে দুই এটা কাম হাতত লৈছিলোঁ। কিন্তু সহায় ছিগিল। অসমৰ দুটি এটি ভাল অৱস্থা আৰু ভাল মনৰ ডেকাৰপৰা কিবা উপকাৰৰ আশা থাকিলে মাজতে বিধিপথালি দিয়ে।=মানুহে দেখা জগতৰ উন্নতি-অৱনতি মানুহে নেদেখা জগতৰ ভাৱসমূহৰ পৰা হয়। মহাপ্ৰাণ উদাৰ ভাবৰ কথা উপযুক্ত তলীত পৰিলে গছ গজে, ফুল ফুলে আৰু বিশ্বপ্ৰেমৰ মহিমা ঘোষণা কৰে। নিজ স্বাৰ্থ মহাস্বাৰ্থত লীন যায়। স্বপ্ৰেম বিশ্বপ্ৰেমত লীন যায়। দুই এজন মানুহৰ দ্বাৰাই মানৱ সমাজ চালিত হয়। বাকীবিলাকৰ মূৰ নাই। সোঁত যেনিয়ে বয়, সেইপিনে উটি যায়। ইউৰপৰ বৰ্ত্তমান অৱস্থা বিশেষকৈ দুই এজন মানুহে গঢ়িছে। J. S. Mill ৰ দাৰ্শনিক তত্ত্বৰ বাবেই ইউৰপৰ বৰ্ত্তমান অৱস্থা। Ruskin, Emerson, Tolstoy, Goethe আদি মহাপুৰুষে সোঁত ওলোটাই নোবোওৱা হলে Mill ৰ Materialism এ ইউৰপৰ অস্তিত্ব নাইকিয়া কৰিলেহেঁতেন।=জগতত যিকিটা দিন জীব লাগিব, জীয়াই থাকিব লাগিব। জীয়াই থাকিলে কাম কৰিব লাগিব। অকলে জীয়াই থাকিব নোৱাৰি। জগতৰ সহায়ত জীব লাগিব আৰু জগতৰ বাবেই খাটিব লাগিব। সেয়ে সুখ, সেয়ে স্বাৰ্থত্যাগ, সেয়ে আত্মোৎ-সৰ্গ।—তোমাৰ এতিয়া যৌৱন অৱস্থা। ব্ৰহ্মচৰ্য্যৰ দ্বাৰা যি বীৰ্য্য ধাৰণ কৰিছা, সেই বীৰ্য্যৰ দ্বাৰা কাম আৰু

প্ৰেমৰ অধোগতি আৰু উৰ্দ্ধগতিৰ সোঁতত উটি উটি হিয়া কোমল, মন উদাৰ আৰু প্ৰফুল্ল হৈছে। সেই বীৰ্য্য ধাৰণ কৰি যেন উৰ্দ্ধ গতিত যাবলৈ চেষ্টা কৰা। তেতিয়া বুকত প্ৰেম আৰু সাহক সহায় লৈ জগতত সুবিমল ভাবৰ জেউতি বঢ়োৱা, ইয়াকে মহাপুৰুষৰ চৰণত প্ৰাৰ্থনা কৰিছোঁ।।=যুদ্ধক্ষেত্ৰত কালীৰূপ দেখা যায়। বাটে-পথে চাৰিওফালে মৰাশ, বিকট দৃশ্য আৰু শিয়াল, কুকুৰ, শগুণ আদি জন্তু দেখা যায়। তথাপি মৰাশৰ ওপৰেদি আধামৰাবিলাকৰ ফালে এবাৰো উলটি নোচোৱাকৈ বীৰ যোদ্ধাই হিয়াক কোমল আৰু কঠিন কৰি প্ৰাণপণে যুদ্ধ কৰে। অৱশেষত ধৰ্ম্মযুদ্ধত জয়ী হয়।—সংসাৰ-ক্ষেত্ৰত যেতিয়া নামিবা, তেতিয়াও এনেকুৱা দৃশ্য দেখিবা! ভয় নকৰিবা। ঘিণ নকৰিবা। অনুভূতিৰে চাবা। প্ৰেমেৰে চাহিবা। তেতিয়া এনেকুৱা শ্মশানশালিতো অমৃতৰ জেউতি দেখিবলৈ পাবা।=শৰীৰৰ স্বাস্থ্য ব্ৰহ্মচৰ্য্যৰ দ্বাৰা পালন কৰিবা। আৰু বীৰ্য্য (vital force) ধাৰণ কৰি বিশ্বপ্ৰেমৰ কাৰ্য্যত লগাবা।=ভাই, যদি তোমালোকৰ প্ৰাণত এনে মহৎ ভাবৰ জেউতি দেখোঁ, যদি তোমালোকৰ সুন্দৰ মুখত ব্ৰহ্মচৰ্য্যৰ জেউতি দেখোঁ, ভাৰতৰ হাবিয়ে-বননিয়ে, পৰ্ব্বতে-পাহাৰে এতিয়াও মহাপুৰুষসকলৰ মুৰুলীৰ ধ্বনি শুনি প্ৰাণ নাচি উঠিব। ঈশ্বৰে তোমালোকৰ জয় কৰক। মোৰ দুখুনী ভাৰত

যদিও ধনৰ দুখীয়া, যদিও দুৰ্ভিক্ষত প্ৰাণ যায় যায়; তথাপি প্ৰতি গাঁৱে, প্ৰতি পাহাৰে, প্ৰতি নগৰে, প্ৰতি স্থানে তাৰ প্ৰতিধ্বনি হৈ আছে একেটি মুকলীৰ স্তুৰ। পৱিত্ৰ এই দেশ! দয়া, ধৰ্ম্ম, পিতৃ-মাতৃৰ প্ৰতি ভক্তি, ভাই-ভনীৰ আদৰ, বন্ধু-বান্ধৱ আৰু মিতিৰ-কুটুমৰ ভিতৰত সম্ভাৱ কেনে বিমল, কেনে পৱিত্ৰ! ভাৰতৰ মেটৰটোৰ হিয়াখনিও অলপ বহল।=ভাবৰ ঢৌ বেছি হোৱাত ভাষা বাহিৰ হোৱা নাই, ইমানতে ৰাখিলোঁ।।= ঈশ্বৰে তোমালোকক বীৰ কৰক। ধৰ্ম্মবীৰ কৰ্ম্মবীৰ কৰক! এয়ে তেওঁৰ ওচৰত প্ৰাৰ্থনা॥ ইতি, তোমাৰ মৰমৰ, শ্ৰীৰাজেন্দ্ৰনাথ বৰুৱা। শিৱসাগৰ, ১৮-৭-২০। ১৩।৭।২০ তাং ৰ চিঠিৰ উত্তৰ।"

মোৰ "মালিকা" পুথিখনি পাই তেওঁ লিখিছিল।— "মৰমৰ শ্ৰীমান ডিম্বেশ্বৰ আজি কেইদিনৰ আগতে মোৰ মৰমৰ ছোৱালী মলয়া আইক মোৰ কোলাতে হেৰুৱাই তেওঁৰ লীলাৰ কথা ভাবি আছোঁ। এনেতে তোমাৰ "মালিকা"ক পাই মোৰ ভাবৰ লগৰীয়া এটি পোৱা যেন লাগিল। "মালিকা" ভনীটী নিচেই আজলী ছোৱালী।— "এদিনে দুখৰ নিশা অৱসান, ইদিনে অৰুণোদয়। পুৰণি সকলো নেওচি-কেওচি, হোৱা নতুনত লয়।" আজলী আই। পুৰণিতো মধুৰতা আছে। প্ৰেমৰ বাঁহীৰ সুৰ নিতৌ নতুন। ভনীটী! তুমি যাৰ অভাৱ অনুভৱ

কৰিছা, যাৰ বাবে তোমাৰ "কোমল পৰাণ বিহুত উঠে," তাতো আছে অনন্তৰ অপৰূপ ৰাগ !—"যোৱাঁগই বুলি কোনে বাক ধীৰে, বুলিলে বিদায় বাণী ?" আজলী আই, নাই শুনা বিদায়ৰ বাণী। আত্মাৰ মিলনৰ সুৰ বাজি আছে প্ৰতি হিয়া মাজে; আত্মাৰ অপূৰ্ব্ব জেউতি জিলিকিছে "আলোৱে তিমিৰে।" মালিকা! তোমাৰ করুণ মাততো মিলনৰ সুৰ শুনিছোঁ। তোমাৰ কোমল মাতৰ প্ৰতি কঁপনিতে সবল আবেগৰ লহৰী উঠিছে। আশা কৰোঁ আৰু ঈশ্বৰক খাটোঁ যেন এই দৰেই সময়ত সকলোৰে হৃদয়ত অসীমৰ কোমল ভাব প্ৰকাশ কৰিবা। ইতি। তোমাৰ মৰমৰ—শ্ৰীৰাজেন্দ্ৰনাথ বৰুৱা। শিৱসাগৰ, ২১।১।২২"

তাৰ পাছত জীৱনৰ এক কিংকৰ্ত্তব্যবিমূঢ় অৱস্থাত, জীৱনৰ লক্ষ্য হেৰুৱাই আন্ধাৰত কপজপাই ফুৰা মনৰ গতিত এটা পষ্ট্ কাৰ্ডত মাথোন লাগ-বান্ধ নোহোৱা কেই আষাৰমান কথা তেওঁলৈ লিখি পঠিয়াওঁ। উত্তৰত তেওঁ লিখে—

"মৰমৰ ডিম্বেশ্বৰ, তোমাৰ কাৰ্ডটি পাই বৰ সন্তোষ পালোঁ। তোমালৈ মনত পৰিল। তোমাৰ মনৰ গতিলৈ মনত পৰিল। আৰু অলপ গমি চাই তোমাৰ ভাব হৃদয়ঙ্গম কৰিব পাৰিলো। তুমি যিটো সোঁতত উটি গৈছা, আৰু তুমি য'ত ঘাত-প্ৰতিঘাত পাইছা, একালত

আমিও উটি গৈছিলো। কিন্তু তেতিয়া ঘাত-প্ৰতিঘাতৰ অৰ্থ একো বুজিব নোৱাৰিছিলো। কৰ্ম্ম-জগতত ভৰি দিয়াৰো বহুত দিনৰ পাছলৈকে সেই অমিয় ৰাগিনীৰ তাল দূৰে দূৰে শুনি আছিলো। কিন্তু বাঁহীৰ প্ৰকৃত গূঢ় ৰহস্য ভেদ কৰিব নোৱাৰি ঘাত-প্ৰতিঘাতত জীৱনৰ গতি সময়ে সময়ে উদ্দেশ্যবিহীন হৈছিল। সময়ত শৰীৰ আৰু মন অৱশ হোৱাত ধীৰ ভাবৰ সুৰে শুকান বাট দেখুৱালে। কিন্তু তাত সকলো শুকান। যদিওবা ৰস আছে, সি তুচ্ছ পিয়াৰ অযোগ্য।—যিমানে মধুৰ ভাৱত পমি যাম, যিমানে শৰীৰৰ পৰমাণুৱে পৰমাণুৱে কপালি জেউতিবোৰ বিয়পি পৰিব, পাহৰা জনমৰ ছুটি এটি মৰমৰ ভাবে আহি মনক সতেজ কৰিব, যিমানে এই মধুৰ ভাৱত আপোনপাহৰি যাম, সিমানে জন্মজন্মান্তৰৰ কৰ্ম্মফলৰাশিয়ে বেঢ়ি ধৰি ধাৰ পৰিশোধৰ বাবে মিনতি কৰিব। প্ৰেমময়ৰ নিয়ম অচল অটল। মহান বিশ্ব সেই নিয়মৰ অধীন। ধাৰ পৰিশোধ কৰিবই লাগিব। জন্মজন্মান্তৰৰ কিমান যে ধাৰত পোত গৈ আছো! বিপদৰ সখিসৱে জমে জমে আহি কব, 'বাচা! ধাৰ মাৰি মুকলি মনেৰে বাঁহীৰ মাত শুনি বলৈ ব'লা।' আপদ-বিপদৰ সখিসৱ! আহাঁ, এই জন্মতে আলিঙ্গন কৰো। এই প্ৰেমৰ ধাৰ! মহাপুৰুষসকলে অৰ্থে 'অৰ্থে এই জন্মজন্মান্তৰৰ ধাৰ শুজিব লাগিছে।

সেইহে তেওঁলোকক ঘোৰ বিপদে আবৰি ধৰে। কিন্তু বিপদবোৰৰ লগত তেওঁলোকৰ অতি ঘনিষ্ঠ সম্বন্ধ আছে।— তোমাৰ প্ৰেমৰ বাবে কোনো জনমৰ আৰু বেছি বিপদৰ ধাৰ শুজিব লগা নাইনে, প্ৰভু ?

প্ৰেমৰ ৰূপোৱালি লহৰীবোৰ সৰ্ব্বব্যাপী হৈ মহা বিশ্ব ব্যাপি পৰিছে। প্ৰাণ শীতল, প্ৰতি অণু-পৰমাণুতেই মৰমৰ কুমলীয়া মাত! কিন্তু জন্মজন্মান্তৰৰ সেই ভাব, সেই ধাৰ পৰিছে মনত মোৰ। লগে ভাগে শুনো সেই অনন্ত অমিয়া সুৰ।—

"জীৱন যাতনা ভৰা,—নয়নে নয়নে ধাৰ!

আৰ কি দেখিব তাৰে! চেয়ে আছি পথ তাৰ।'

ইতি, তোমাৰ আশীৰ্ব্বাদক—শ্ৰীৰাজেন। শিৱসাগৰ, ১০-২-১৯২৪।"



# গুৰুপ্ৰসাদ চলিহা

এই সকলৰ উপৰিও মোৰ সোণৰ শৈশৱ আৰু পোনৰ যৌৱনৰ মানস-নিকুঞ্জত ভূমুকি মৰা কেইবাটিও চিৰ-সুন্দৰ অতিথিৰ কথা এইখিনিতে সোঁৱৰণ হ'ল। সৰুৰেপৰা মই অকলশৰীয়া আৰু প্ৰকৃততে মোৰ ধেমালিৰ লগৰীয়া কেও নাছিল। গাঁৱৰ সমনীয়া লৰাৰ লগত কেতিয়াবা ফুৰা, খেলা বা সাঁতোৰা আদি কৰিছিলোঁ। যদিও, সি মোৰ কাৰণে 'জনপূৰ্ণ নিৰ্জ্জন' আছিল; কিয়নো প্ৰাণৰ সংযোগ তেওঁ-লোকৰ লগত বিশেষ থকা মনত নপৰে, যদিও তেওঁলোকৰ সোঁৱৰণ মোৰ আদৰৰ বস্তু। তেওঁলোকৰ অতি সৰহখিনিয়েই আজি এই সংসাৰত নাই। তাৰ ভিতৰত এটি বিশেষ আদৰৰ সোঁৱৰণ ৺মণিৰাম কলিতা।

১৯১৬ত যেতিয়া ইংৰাজী পঢ়াশালিৰ অষ্টম মান শ্ৰেণীত দ্বিতীয় বছৰ পঢ়িব লগা হয়, তেওঁ তেতিয়া মোক পঢ়াত লগ ধৰে। বয়সত তেওঁ মোতকৈ কেইমাহমানৰ সৰু আৰু বুদ্ধিত অতি বিচক্ষণ আছিল। কিয় জানো, সেই সময়ত শিক্ষক আৰু ছাত্ৰৰ বহুতেই মোৰ হাতৰ ইংৰাজী আৰু অসমীয়া দুয়ো বিধ আখৰকে বৰ শলাগিছিল। কিন্তু মণিৰামৰ এই শলাগনি নীৰৱ আৰু কাৰ্য্যকৰী আছিল; কিয়নো

মুখেৰে একো নমতাকৈ তেওঁ মোৰ আখৰ আহিঁৰ দৰে আগত থৈ তাক হুবহু অনুকৰণ কৰিছিল বুলি পিছত নিজে সৈ কাটিছে। আগৰ ছোৱাত নহলেও এই বছৰৰ পৰা তেওঁ লাহে লাহে মোৰ দেহ আৰু মনৰ কাষ চাপে।

মণিৰাম দেখনে-শুননে আখৰে-পানীয়ে যেনে চিকুণ আছিল, পঢ়াৰ উপৰিও আন ভালেমান বিদ্যাত তেওঁ অতি নিপুণ বুদ্ধিৰ চিনাকি দিছিল। আমি গাঁৱত যি সৰস্বতী পূজা পাতিছিলোঁ। মণিৰামে সেই সময়ত তাৰ প্ৰতিমা নিজে সাজিছিল; আৰু সি অতি সৰ্ব্বাঙ্গসুন্দৰ হৈছিল। সংস্কৃত ভালদৰে নাজানিছিল বুলি ১৯১৯ৰ প্ৰবেশিকা পৰীক্ষা তেওঁ নিদিওঁ বুলিছিল। মই সাহ দিয়াত বাছনি পৰীক্ষাৰ পাছৰ পৰা তেওঁ সেই বিষয়টো মোৰ লগত পঢ়ি সেইবাৰেই দ্বিতীয় বিভাগত সেই পৰীক্ষাত উত্তীৰ্ণ হয় কিন্তু পৰীক্ষাৰ ফল ওলোৱাৰ আগতে এই ঢোপাকলিটি সৰি পৰে।

মই সৰুৰে পৰা গান-লেখক: গায়ক নহওঁ। মোৰ এই জড় ৰচনাবোৰত শৈশৱৰ যি কেইজন লগৰীয়ে প্ৰাণৰ সঞ্চাৰ কৰিছিল তাৰ ভিতৰত ৺কেশৱচন্দ্ৰ ভট্টাচাৰ্য্য, ৺ফণীধৰ ঠাকুৰ, ৺গুণীন্দ্ৰনাথ বৰুৱা বিশেষ উল্লেখযোগ্য। কেশৱচন্দ্ৰক পঢ়াত মই ১৯১৭ত নৱমমান শ্ৰেণীত লগ ধৰোঁ। এওঁ মই ৰচা বহুত গান সুৰ দি গায়। এৱোঁ ১৯১৮ত মৃত্যুৰ মুখত পৰে। ফণীধৰ মোতকৈ এশ্ৰেণীৰ ওপৰ আছিল; এৱোঁ ১৯১৯-২০ত কটন কলেজৰ ছাত্ৰ অৱস্থাত কালপ্ৰাপ্ত হয়। গুণীন্দ্ৰনাথ

মোতকৈ তিনি চাৰি শ্ৰেণীৰ তলত পঢিছিল, কিন্তু মই প্ৰবেশিকা পৰীক্ষা দি শিৱসাগৰ এৰাৰ আগতে এওঁৰো মৃত্যু ঘটে। এইসকলৰ চিৰকিশোৰ সুন্দৰ মূৰ্ত্তি মোৰ মনৰ পৰা আজিও তেনেই মচ যোৱা নাই।

এই সময়ৰ মোৰ ওপৰ বয়সৰ যি সকলৰ সোঁৱৰণ মই অতি আদৰ কৰোঁ, তাৰ এজন ৺লক্ষ্মীকান্ত বৰুৱা বি-এল। সুৰৰ পৰা তলুৱালৈকে এওঁ কলাকুশলী আছিল, আৰু কথা-বাৰ্ত্তা খোজ-কাটলৰ পৰা ধৰি আখৰ-পানীলৈকে তেওঁৰ এই গুণ বিৰিঙি ওলাইছিল। সৰাৰো উপৰি, তেওঁৰ সাহিত্যৰ সুৰুচিৰ আৰ্হি মোৰ এতিয়াও হেপাহৰ বস্তু। মনত পৰে, ১৯১৮-১৯ত মোৰ এখন কৱিতা পুথি উলিয়াবৰ ইচ্ছাৰে তেওঁক চাবলৈ দিছিলোঁ। এলাহ বা যি কাৰণতেই হওক, তাৰ সকলো কৱিতা তেওঁৰ চাই অঁতোৱা নহ'ল; কিন্তু যিখিনি কৱিতা চাই তেওঁ ভাল-বেয়া মতামত টুকি গৈছিল, তাৰ পৰা মই অশেষ উপকৃত হৈছিলোঁ। তেওঁৰ লিখা তাকৰ হলেও, তাৰ পৰাই তেওঁ সুকবি আৰু সুসাহিত্যিক আছিল বুলি কৈ কাঢিবই লাগিব।

তেতিয়াৰে আন এটি পবিত্ৰ সোঁৱৰণ ৺তাৰাপ্ৰসাদ চলিহা। তেওঁ লণ্ডনৰ পৰা বেৰিষ্টাৰ হৈ উলটি অহা উপলক্ষে আমাৰ পঢাশালিলৈ আনি তেওঁক যি অভিনন্দন জনোৱা হৈছিল, তাৰ বাবে গান ৰচনা কৰিছিলোঁ মই। তাৰ পাছতো সভায়-সমিতিয়ে তেওঁ যোগ দিছিল আৰু মোৰ ৰচনা-কৱিতা

আদি প্ৰশংসা কৰি মোক সদায় উৎসাহ দিছিল। সচাকৈয়ে তেওঁ অতি সাধু প্ৰকৃতিৰ লোক আছিল। পিতাদেউ ঢুকোৱাৰ বাতৰি পাই, তেওঁ নিজে ঢুকোৱাৰ মাত্ৰ ছমাহমানৰ আগত মোলৈ এই পত্ৰ লিখে—

"204 Russa Road South
P. O. Tollygunge
Calcutta; May 11, 1947

শ্ৰীহৰি

পৰম স্নেহাস্পদ ডিম্বেশ্বৰ বোপা,

৺দেউতাৰাৰ শ্ৰাদ্ধৰ বাবে নিমন্ত্ৰণী পত্ৰ যথাসময়ত পালোঁ। ··· ৺দেউতাৰাই মোক অতিশয় স্নেহ কৰিছিল। তেওঁৰ মৃত্যুত তোমালোকৰ লগত সমবেদনা জনাওঁ। অৱশ্যে তেওঁৰ বাৰ্দ্ধক্যৰ কষ্টলৈ চাই তেওঁৰ পক্ষে মৃত্যু ভালেই বুলি ভাবিব পাৰি; কিন্তু থাকি যোৱাবোৰৰ পক্ষে ই এটা অপূৰণীয় ক্ষতি। তোমালোকক শিক্ষা-দীক্ষা দি মানুহ কৰি গ'ল; তোমালোকৰ দ্বাৰায়ে তেওঁৰ নামৰ গৌৰৱ যাতে বৃদ্ধি হয়, তাকে আশা কৰিলোঁ। ইতি।

তোমাৰ — শ্ৰীতাৰাপ্ৰসাদ চলিহা"

এওঁৰে তৃতীয় সহোদৰ গুৰুপ্ৰসাদ চলিহা মোৰ অন্যতম অন্তৰতম সুহৃদ আছিল। স্কুলৰ ওপৰ তিনি শ্ৰেণীত আৰু কলেজৰ প্ৰথম আৰু দ্বিতীয় বাৰ্ষিকত তেওঁ মোৰ সমপাঠী, আৰু

কটন হিন্দু হষ্টেলত এবছৰ কাল আমি একেটা কোঠালিত আছিলোঁ। তাৰ পাছত তেওঁ অসহযোগ আন্দোলনত লাগি তাৰ পৰাই পঢ়া এৰে। বিশ্ববিদ্যালয়ৰ জীৱনৰ পাছত আমাৰ সৌহাৰ্দ্য গভীৰতৰহে হৈ উঠিছিল। সকৰে পৰা গুৰু-প্ৰসাদ অতি সৰল, অমায়িক, নিৰহঙ্কাৰী আৰু সাধু প্ৰকৃতিৰ লৰা আছিল; আৰু অতি সম্ভ্ৰান্ত আৰু আঢ্যৱন্ত"পৰিয়ালত জন্ম লৈও সৰ্ব্বসাধাৰণৰ প্ৰতি প্ৰকৃত সহানুভূতিশীল আৰু দয়ালু লোক বুলি আটায়ে স্নেহ-শ্ৰদ্ধা কৰিছিল। তেওঁ নিজে বিশেষ সাহিত্য-চৰ্চ্চা কৰা" নাছিল যদিও, সাহিত্যৰ প্ৰতি তেওঁৰ ধাউতি আছিল। সাহিত্যলৈ বাপ থকা বুলিয়েই হওক বা বন্ধু-বাৎসল্যৰ হেতুৱেই হওক, তেওঁ মোৰ কিতাপ-পত্ৰবোৰ বৰ হেপাহেৰে পঢ়িছিল। তেওঁৰ কবি আৰু সাহিত্যিক বন্ধু বুলি মোৰ কথা কৈ তেওঁ সদায় গৌৰব অনুভৱ কৰিছিল বুলি তেওঁ ঢুকোৱাৰ সৌ এমাহমানৰ আগতে মাত্ৰ মোলৈ এখন পত্ৰ লিখিছিল। এনে এজন প্ৰকৃত সাত্ত্বিক ভাবাপন্ন লোকৰ ১৯৪৮ ৰ শেষভাগত কলিকতাৰ গণেশচন্দ্ৰ এভিনিউৰ বাহৰত ভৰবয়সতে অপমৃত্যু ঘটে। নিয়তিৰ কি বিধান !!

---

# চন্দ্ৰকুমাৰ আগৰৱালা

১৮৩৭ শকত ৺চন্দ্ৰকুমাৰ আগৰৱালাৰ "প্ৰতিমা" পুথিখনি পাই বৰ হেপাহেৰে পঢ়োঁ৷ আৰু তাৰ পাছত একাদশ বছৰৰ ষষ্ঠ সংখ্যা "বাঁহী"ত মোৰ "প্ৰতিমা আৰু খনিকৰ" নামেৰে সেই পুথিৰ শলাগনি এটি প্ৰকাশিত হয়। ইয়াৰ ভিতৰতে অৱশ্যে তেখেতৰ লগত চিনাকি হোৱাৰ সৌভাগ্য মোৰ ঘটে। আই,এছ্‌ছি পৰীক্ষা দি ১৯২১ ৰ এপ্ৰিল নে মেইত, পোনতে "অসমীয়া" ওলোৱা চেপাকল চাবলৈ যাওঁ। সেই যন্ত্ৰ তেতিয়া ডিব্ৰুগড়ৰ খলিহামাৰিৰ আগৰৱালাৰ নিজ টোলত এটি সৰু ঘৰত আছিল। সেই যন্ত্ৰতে আগৰৱালাৰ নিজ দায়ীত্বত "বাঁহী" দশম বছৰমানৰ পৰা নকৈ ওলাবলৈ ধৰে; আৰু ইযাৰ ভিতৰতে তাৰপৰা ওলোৱা দশম বছৰ দশম সংখ্যা "বাঁহী"ত মোৰ "উপহাৰ" কৱিতাটি জয়ে জয়ে প্ৰকাশিত হয়। এই কৱিতাটিযেই আগৰৱালা আৰু বেজ-বৰুৱা ডাঙৰীয়াসকলৰ লগত মোৰ প্ৰথম চিনাকি আৰু ঘনিষ্ঠতাৰ কাৰণ হয়। ইযাৰ বাহিৰেও আগৰৱালাৰ ভাৰ্য্যা শ্ৰীযুতা মুক্তাৱলী আগৰৱালা তেখেতৰ পিতাক ৺দণ্ডধৰ বৰুৱা ৰায় বাহাদুৰ শিৱসাগৰত থকা কালত কমাৰফদীয়া গাঁৱতে

ডাঙৰ-দীঘল হৈছিল; সেইকালৰ পৰাও ঘৰুৱাভাৱে পাছত আমি সম্পৰ্কিত হৈছিলোঁ।

ইয়াৰ ভিতৰতে গুৱাহাটীৰ খাৰঘূলিত আগৰৱালাৰ নিউ প্ৰেছৰ প্ৰথম ভেটি পতা হয়, আৰু তাৰ পৰাই ১৯২১-২২ ৰ মাঘত মোৰ সহপাঠী সুহৃদ বৰ্ত্তমান সুদীৰ্ঘ কাল বিলাত-প্ৰবাসুৱা শ্ৰীশুকদেৱ গোস্বামীয়ে মোৰ "মালিকা" নামৰ কবিতা পুথিখনি ছপাই উলিয়ায়। এই সময়তে ডিব্ৰুগড়ৰ পৰা "বাঁহী" গুৱাহাটীলৈ অনা হয় আৰু আগৰৱালাই নিজে নিউ প্ৰেছৰ তত্ত্বাৱধান লয়হি; তেতিয়াৰ পৰাই "বাঁহী" আৰু আগৰৱালাৰ লগত মোৰ ঘনিষ্ঠতা আৰু ঘন হয়, আৰু ইজনৰ মৰণ কাললৈকে ই ক্ৰমে বাঢ়ি থাকে। কলিকতাৰ পৰা অহাৰ পাছত 'বাঁহী'ৰ গৰাকী আগৰৱালা; বেজবৰুৱা সম্পাদকহে। সম্পাদন বিষয়ো অনেক সময়ত আগৰৱালাৰ হাত; বেজবৰুৱাই তেতিয়াৰ সম্বলপুৰৰ পৰা দুই-চাইটা প্ৰবন্ধ চাই বা লিখি পঠিয়ায়, ইমানেই। ১৯২১ ৰ পৰা ১৯৩১-৩২লৈ প্ৰায় বাৰ বছৰ কাল 'বাঁহী'ত মোৰ প্ৰবন্ধৰ লেখেই অতি সৰহ আছিল; আৰু ১৯২৪-২৬ আৰু ১৯২৯-৩০ ত 'বাঁহী' চলোৱাৰ ভালেখিনি কাম আগৰৱালাই মোৰ ওপৰত পেলাই দিছিল।

জ্ঞান আৰু বয়সত মোৰ পিতৃস্থানীয় হলেও আগৰ-ৱালাই তেখেতৰ মহানুভৱতাৰ গুণত মোক সদায় অন্তৰঙ্গ বন্ধুৰ দৰেই ব্যৱহাৰ কৰিছিল, আৰু মোৰ ৰাবে দুৱাৰ

জপোৱা হৃদয়ৰ কোঠালি· তেখেতৰ নিচেই তাকৰ আছিল। ১৯২৯–৩০ ত গুৱাহাটীত শিক্ষকতা কৰোঁতে অলপ দিনৰ বাবে আগৰৱালাৰ উজান বজাৰৰ ঘৰত মই আলগী আছিলোঁ। আৰু সেই সময়ত পুৱা-গধূলি আমি দুয়ো মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য্য আৰু কেতিয়াবা শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱাৰে লগলাগি নানা ৰং-ধেমালিত কাল কটাইছিলোঁ। খৃষ্টীয়া কথাৰে কোনে কাক সোপা দিব পাৰে এই বিষয়ে আমি দুয়ো ল'ৰাৰ দৰে অৰিয়া-অৰি কৰিছিলোঁ ; আৰু মোৰ উত্তৰ দিয়া পলম হলে "বেলি হ'ল, বেলি হ'ল ! তুমি হাৰিলা হাৰিলা" বুলি তেখেতে চিঞৰি উঠে ! আগৰৱালাৰ প্ৰত্যুৎপন্নমতি সদায় অতি তীক্ষ্ণ আছিল নিশ্চয়। এদিন দুপৰীয়া মই কৰবাৰ পৰা ঘূৰি আহি দেখোঁ, বিতচকুযোৰ পিন্ধি হাতত বাতৰি কাকতখন লৈ তেখেত টোপনি গৈছে। মই হাততসাৰে ভৰিতসাৰে আহি বাহিৰত বহিলোঁ আৰু মোৰ পৰাজয়বোৰৰ পোটক তুলিবৰ এই কুটিটি হাতত ললোঁ। অলপ পাছতে তেখেত উঠি বাহিৰলৈ আহোঁতেই মই ততালিকে ধৰিলোঁ—"আপুনি আজি ভাল কাম কৰিলে !" অলপো বিস্ময়ৰ ভাব নেদেখুৱাই তেখেতে সুধিলে—"কি হ'ল ?" মই কলোঁ,—"সাৰ পাই থাকোঁতে জানিবা আখৰ দেখিবলৈ বিতচকু পিন্ধে, টোপনিত আকৌ কি দেখিবলৈ আপুনি বিতচকু পিন্ধিছিল ?" তেখেতে টপৰাই কলে—"তাকো নাজানা ? সমাজিক দেখিবলৈ !" মই আৰু পৰাজয়ত মূৰ তুলিব নোৱাৰিলোঁ।

ইয়াৰ পাছত ১৯৩০ৰ এপ্ৰিলত উত্তৰলখীমপুৰলৈ মোৰ কাৰ্য্যস্থান সলনি হ'ল, আৰু তেতিয়া অকল লিখালিখিত আগবঢ়ালাই মোৰ লগত ধেমালি কৰিছিল। তাৰে এখন পত্ৰত লিখিছিল—

"পৰম প্ৰীতিভাজনেষু, ১ তাৰিখৰ চিঠি আৰু তাৰ লগতে প্ৰবন্ধ ৫টা পাই সুখী হলোঁ। (আন এজনৰ) "বিবাহ-আইন" প্ৰবন্ধটো ঘূৰাইহে পঠিয়ালোঁ। যুক্তি নাই, শাস্ত্ৰৰো ভুলপূৰ্ণ উদ্ধৃতি কিছু আছে মাথোন তাত। তৰ্কৰতো অন্ত পাবলৈ নাই। —"বাঁহী"ৰ ভাদ-আহিন দুই সংখ্যা পাইছা বুলি ভাবিছোঁ। কাতিৰ দুই ফৰ্ম্মা ছাপা হৈ গৈছে। প্ৰবন্ধ নাইকিয়া হৈছেহি দেখোন! বেজবৰুৱাই পূজা খাই ফুৰোঁতেই গৈছে। মোৰ হাতত শিৰামুৰিয়ে ধৰিছে বুলি জানিবই পোৱা। —এতিয়া তুমিয়েই "ধৰণি," যি পাৰা কৰি থাকা। মোৰ দ্বাৰা "বাঁহী"ৰ বা আন কোনো কামেই হোৱা নাই। ......"অসমীয়া"লৈকো নেপাহৰিবা। —"বড়ি নিদাৰুণ হিয়া" যে বুলিলা, বুলিবই পোৱা। মৰম লবা। ভাল বাসিলোঁ।

গুৱাহাটী, ৪।১১।৩০ শ্ৰীচন্দ্ৰকুমাৰ

"পুনশ্চ:—তোমালৈ চিঠি লিখিবলৈ ভাবি থাকোঁতেই গ'ল। ...... তোমাৰ উত্তৰলক্ষীমপুৰ কেনে লাগিছে? "মিৰিজীয়ৰী"ৰ দেশ, "নিছক" কৱিতাৰ ৰাজ্য! কৱিতাৰ

উজ্ঞান বব বুলি ভাবিছোঁ। প্ৰেমৰ ৰাজ্যলৈ কিমান বাট আছে ? অৰ্থাৎ সপোন দিঠক হব কেতিয়াকৈ ? অৰ্থাৎ কাল্পনিক "ৰাণী" কেতিয়াকৈ ঘৰ সোমাবহি ? শিৱসাগৰ. যোৰহাট, গোলাঘাট, মাজুলিক চেৰ পেলাই শেহত উত্তৰলক্ষীমপুৰেই জিকিবগৈ নে কি ?—"গৰ্জসি মেঘ ন যচ্ছসি তোয়ং। চাতক পক্ষী ব্যাকুলিতো'হং ॥"

শ্ৰীচন্দ্ৰকুমাৰ'

ইয়াৰ কেদিনমানৰ পাছতে আকৌ লিখে—

"শ্ৰীমান নেওগ, ৪ তাৰিখৰ চিঠি আৰু প্ৰৱন্ধাদি পালোঁ। ......"বাঁহী"লৈ নাপাহৰিবা, প্ৰৱন্ধাদি পঠাই থাকিবা।—বিয়াৰ তাৰিখ কেতিয়াকৈ, বুজ নাপালোঁ। অন্ততঃ কোন মাহ, সেইটোও জানিব নোৱাৰিলোঁ। এতিয়া মানে ঠিক হব পায়. লিখিবা।—তোমাৰ "স্বৰাজ" নাই বোলা কথাষাৰেহে আচৰিত কৰিলে। মানুহক "স্বৰাজ" লাগেই বুলি জানো। নিজৰ বিচাৰ-বিবেচনাৰ ওপৰত নিৰ্ভৰ কৰিব পৰাটোৱেই "স্বৰাজ,"—সেইটো তোমাৰ আছে বুলিহে জানো।—মোৰ গাৰ অৱস্থা জনাই। বিয়ালৈ যাব নোৱাৰিম, তৰুণৰ মাকো যাব নোৱাৰিব। আমাৰ আন্তৰিক শুভ ইচ্ছা তোমাৰ লগে লগে আছে। —"দীপাৱলি" কেৱল গল্পহে নে কি ? তুমি এই নামটো কৱিতাৰ কিতাপলৈ থৈছিলা বুলি জানো। নামটো তোমাৰ বৰ মৰমৰ, নহয় নে বাৰু ? দীপিকা বেজবৰুৱাৰ

জীয়েকৰ নাম। বেজবৰুৱা অসমৰ পৰা ঘূৰি গৈ ঘৰৰ পৰা লিখা চিঠি পাইছোঁ। বেজবৰুৱানী, দীপিকা, অসমৰ গুণত মুগ্ধ হৈ গৈছে।—তোমাৰ সকলো পিনে ভাল বাঞ্ছা কৰোঁ। ইয়াত ভালেই। মৰম লবা। ইতি।

গুৱাহাটী, ১৮।১১।৩০ শ্ৰীচন্দ্ৰকুমাৰ"

ইয়াৰ কেদিনমানৰ পাছত আকৌ লিখে—

"শ্ৰীমান নেওগ, তোমালৈ এখন চিঠি দিছিলোঁ, তাৰ উত্তৰ এই পৰিমিত নাপালোঁ।—'বাঁহী" ওলাল, পাব পোৱা। তোমাৰ প্ৰবন্ধৰেই ভৰি গৈছে। আৰু প্ৰবন্ধ পঠাবা। ভাল প্ৰবন্ধ নোহোৱাই হৈছে। বেজ-বৰুৱাৰ পৰাও একো পোৱা নাই।—"আৱাহনো" নোলালহি দেখোন। "সহিত্য-সভা পত্ৰিকা"ৰ বেমেজালি-খন দেখিছানে? "মিলন" আমাৰ ইয়াত ছপা হৈ পৰি আছে, 'ডেলিভাৰি' লবলৈ কোনো নাই।—অসমত সাহিত্য-চৰ্চ্চা এইদৰেই হয় নে কি? তুমি জানা দেখি সুধিছোঁ। কিন্তু তুমিও বিবাহ-চৰ্চ্চাত আছা, এতিয়া কোনে কয়?—কাৰ্ডখন ভৰাবলৈকে অতবোৰ লিখিলোঁ, ক্ষমা কৰিবা। লক্ষীমপুৰৰ পৰা শিৱসাগৰলৈ ৪ তাৰিখ মানে বাওনা হবা বুলি ভাবিছোঁ। কেতিয়া ঘৰ পোৱাগৈ লিখিবা। এতিয়া আৰু আমনি নকৰোঁ। ইয়াত ভাল। আশা কৰোঁ তোমাৰ ভাল।

গুৱাহাটী, ২৯।১১।৩০ শ্ৰীচন্দ্ৰকুমাৰ"

ইয়াৰ পাছত অৱশ্যে আমাৰ দেখা-শুনাৰ দৰে লিখা-লিখিও আগতকৈ বহুত সেৰেঙা হ'ল, মোৰ ঘৰুৱা বিপদ-আপদ তাৰ এটা কাৰণ। তথাপি গুৱাহাটীলৈ গৈ আগৰৱালাৰ দেখা পোৱা পুণ্য অভিলাষ পূৰ কৰিবলৈ মই সদায় যত্ন কৰিছিলোঁ।

আমাৰ এনেবোৰ সাক্ষাতত ৰীতি-নীতিৰ একো গোন্ধ-ভাপ নাছিল, আৰু আগৰৱালাই প্ৰায়ে "মোৰ বৰ ভাগ্য" "মৰম নেৰিব।" এনে সম্ভাষণেৰে আমাৰ বিদায় সদায় অতি মৰ্ম্ম-স্পৰ্শী কৰি তুলিছিল। ১৯৩৭ৰ বৰদিনত গুৱাহাটীত বহা অসম সাহিত্য সম্মিলনৰ কেদিন আমাৰ শেষ সাক্ষাৎ। স্বাস্থ্যত তেতিয়া তেখেত বহুত হতি আহিছিল আৰু সম্মিলনলৈ এদিনো এখন্তেকৰ বাবেও যোৱা নাছিল। গুৱাহাটী এৰি আহিবৰ আগদিনা গধূলি মই লগত এজন শিক্ষকেৰে আগৰৱালাক দেখা কৰোঁ। ইজনৰ চিনাকি দিয়াৰ সামৰণিত কলোঁ, 'এওঁ মোৰ সম্পৰ্কত এনে হয়।' আগৰৱালাই টপৰাই তেওঁক কলে—"দেখি বৰ সন্তোষ পালোঁ। নেওগৰ লগত সম্পৰ্ক থকা মানুহ বুলিলেই মোৰ বৰ ভাল লাগে।"

আগৰৱালাৰ মনত সোমাব পৰা, তেখেতক বুজিবলৈ যত্ন কৰা মানুহ মাত্ৰেই এনে বিমল স্নেহৰ ভাগ পাইছিল আৰু তেখেতৰ দয়া, উদাৰতা, অমায়িকতা আৰু চৰিত্ৰবলৰ চিনাকি পাইছিল বুলি মোৰ বিশ্বাস। ১৯২৬-২৭ত মই শিৱসাগৰত ব্যৱসায়-সূত্ৰত তেখেতৰপৰা এটি কাৰ্ড পাওঁ। তাৰ

পিছত "পুনশ্চ" দি মাজু-পুতেকৰ কথাৰে এটা বাক্য লিখিলে—"কালি ৰাতি অৰুণে আত্মহত্যা কৰিলে, ৰিলাতলৈ যোৱাৰ বায়ু। —শ্ৰীচন্দ্ৰকুমাৰ।" তেখেতৰ মনোবলত মই স্তম্ভিত! আগৰৱালাৰ মৃত্যুত অসমীয়াই বৰ্ত্তমান যুগৰ এজন বৰ কবি আৰু নিৰ্ভাজ অসমীয়া-প্ৰাণ লোক হেৰুৱালে, সন্দেহ নাই; কিন্তু তেওঁৰ বন্ধু-সমাজে যি এখন মহৎ হৃদয় হেৰুৱালে, সেই ক্ষতিও হয়তো জাতীয় আৰু অপূৰণীয়।

---

[ ১২ ]

## লক্ষ্মীনাথ বেজবৰুৱা

আধুনিক অসমীয়া সাহিত্যৰ অধিনায়ক লক্ষ্মীনাথ বেজ-বৰুৱাৰ লগত মোৰ প্ৰথম দেখা-দেখি চিনাকি ১৯২৪ৰ বৰ দিনত তেখেতৰ সভাপতিত্বত গুৱাহাটীত বহা অসম সাহিত্য সম্মিলনত, আৰু লিখা-লিখি চিনাকি তাতকৈ তিনি বছৰৰ আগত। কৃপাবৰ বৰবৰুৱাৰূপী বেজবৰুৱাৰ সমালোচনাৰ কোবলৈ শিক্ষকৰ চেকনিৰ কোবতকৈও ভয় কৰিছিলোঁ, আৰু সেইবাবেই ১৯১৪ৰ পৰা নিযমিতভাৱে লিখিলেও ১৯২১ৰ আগলৈকে সেইবোৰ ৰচনা ছপাত উলিয়াবলৈ সাহ নকৰিছিলোঁ। আৰু তেতিয়াও মোৰ "বাঁহী"ত জয়ে জয়ে ওলোৱা "উপহাৰ"

কৱিতাটি স্বৰ্গীয় বন্ধু বিমলাকান্ত বৰুৱাই মোৰ বহীৰ পৰা টুকি নি বাহিৰে বাহিৰে পঠিয়াইছে এইদৰে মোৰ ভয় ভাঙিছিল। তাৰ অলপ পাছত মোৰ প্ৰথম প্ৰকাশিত কৱিতা-পুথি "মালিকা"ৰ এটি সহানুভূতিশীল সমালোচনা "বাঁহী"ত দিয়াৰ উপৰি এখনি স্বকীয় পত্ৰেৰে উদগনি দি মোক তেখেতে বিশেষ ঋণী কৰিছিল।

ইয়াৰ ভিতৰতে বেজবৰুৱাৰ লগত মোৰ খন্তেকৰ বাবে এটি অমঙ্গলীয়া সংঘৰ্ষও ঘটিছিল। ১৯২১ৰ পৰাই "বাঁহী"ৰ প্ৰতি সংখ্যাত মোৰ দুই তিনিটা মানকৈ প্ৰবন্ধ ওলায়, আৰু সেইদৰে আন বহুতে পঠোৱা প্ৰবন্ধ হয়তো সমূলি নোলায; ইয়াৰ বাবে তেনে লেখক সকলৰ কেইবাজনেও গুটীয়াভাৱে অনাহক হলেও মোকেই বেযা পাইছিল। ১৯২৪ত মই "বাঁহী" চলোৱাৰ ভাৰ লোৱাৰ আগতে ছপোৱা এসংখ্যাত মোৰ অলপ দীঘলীয়া প্ৰবন্ধ এটি ওলায়।

সেই সংখ্যা ওলোৱাৰ পাছতেই মই "বাঁহী"ত সোমোৱাত মই আপোনপেটীয়া হৈ তেনে কাম কৰিছোঁ বুলি দেখুৱাবৰ এটি কুটি পাই সেই লেখককেজনে বি-বি-বা-বা লগালে আৰু বেজবৰুৱালৈ লিখিলে বোলে ৪০ পিঠিৰ কাকত এখনত এজন লেখকৰ এটা প্ৰবন্ধই ৮ পিঠি ললে "বাঁহী"ৰ গ্ৰাহক অসন্তুষ্ট নহৈ নোৱাৰে, ইত্যাদি; অথচ এজনৰ বাহিৰে সেই লেখককেজন "বাঁহী"ৰ গ্ৰাহকেই নাছিল। বেজবৰুৱাই

পানীৰ তলৰ এই কাঁইট সিমান ওপৰৰ পৰা দেখা নাপাই, সেই কথা কেইশাৰীৰ তলত ৰঙা আঁক মাৰি "এইটো বেয়া হৈছে" বুলি মোলৈ সেই চিঠি পঠায়। ময়ো সেই দুৰভিসন্ধিৰ ভেদ ভাঙিবলৈ নাচাই, তপতে তপতে বেজবৰুৱালৈ চোকাকৈ এটা উত্তৰ দিওঁ, আৰু আগৰৱালালৈকো ডিব্ৰুগড়লৈ সকলো কথা জনাই লিখোঁ। আগৰৱালাই যদিও স্বভাৱতে মোকে সমৰ্থন কৰিলে, বেজবৰুৱাই আন প্ৰকাৰে মোৰ ওপৰত তাৰ পোটক তুলিব পাৰিলেহেঁতেন; কিন্তু তাকে নকৰি তেওঁ এই পত্ৰেৰে মহৎ প্ৰতিশোধ ললে—

"প্ৰিয় নেওগ, তোমাৰ চিঠিৰ আজিলৈকে উত্তৰ দিয়া হোৱা নাই।······তুমি মোৰ বিষয়ে যি ভাবিছা, মই অনুমান কৰিব পাৰিছোঁ। এইবাৰ কামৰ জঞ্জালত এনেকৈ পৰিছোঁ যে "বাঁহী"লৈ কোনো প্ৰবন্ধকে লিখিব পৰা নাই। তুমি বেজাৰ নকৰিবা, আৰু মোৰ দায় ধৰিলেও এৰিবা। Mr. Agarwala ক'ত? "বাঁহী" এতিয়াও নোলাল দেখোন? তোমাৰ মঙ্গল কামনা কৰোঁ। ইতি।

Sambalpur, তোমাৰ
25.7.24 শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা"

বেজবৰুৱা-আগৰৱালা যে "অভিন্ন-হৃদয়" আছিল, তেওঁলোকৰ ভিতৰত চলা চিঠি-পত্ৰৰ পৰাই সেইটো সহজে ধৰিব পাৰি। ইংৰাজ কবি থমাছ গ্ৰেৰ দৰে আগৰৱালা—

"He never spoke out." বেজবৰুৱাৰ তেনে দুই-এখন পত্ৰ আগৰৱালাই দেখুৱাওঁ-নেদেখুৱাকৈ মোক দেখুৱাইছিল। বং-আওহেলাৰে লিখা বেজবৰুৱাৰ তেনে এখন পত্ৰৰ দুফাকিমান মনত আছে—"My sweet soul ......why are you so shy ? ·· The candle of life is brief, brief !" আন এখনত বেজবৰুৱানীৰ কথা লিখিছিল—"শ্ৰীমতী ন-কৈ দাঁত লগাই আহিছেগৈ। বৰ ভাল দেখিছোঁ, ন-কৈ তেওঁক বিয়া কৰাবৰ মন গৈছে। কেনে দেখা ?" মোলৈ লিখা প্ৰায় চিঠিতে আগৰৱালাৰ কথা থাকিবই! এখনত লিখিছিল—

"My dear Neog, তোমাৰ দুখন পোষ্টকাৰ্ড পাই আজিলৈকে acknowledge নকৰি অতি অন্যায় কাম কৰিছোঁ। এনেকুৱা ব্যৱহাৰ যে কত লোকৰ প্ৰতি হৈছে, ভাবিলে লাজ পাওঁ। কিন্তু আজিকালি মোৰ এনেকুৱা অৱস্থাই। তাৰ কাৰণ কৈ আৰু কি হব? Conference ত preside কৰিবলৈ মাতিছে, যাবলৈ গাত লৈছোঁ। কিন্তু কি মস্কিলেৰে সৈতে যে কাৰ্য্যক্ষেত্ৰ এৰি যাব লাগিব, মইহে জানিছোঁ। লোকক কলে নপতিয়াবই।—"বাঁহী" পালোঁ। আজিলৈকে এটা প্ৰবন্ধও "বাঁহী"লৈ লিখিব পৰা নাই। জীৱন-সৌৰৱণ যিমানখিনি লিখা আছিল· পঠিয়াইছিলোঁ, ন-কৈ লিখিব পৰা নাই দেখি পঠিয়াব পৰা নাই।—Conferenceত তুমি থাকিবা নিশ্চয়। Mr. Agarwalaৰ পা

ভাল নহয় বুলি লিখিছে, বোলে Puri লৈ যাব। তেওঁক নাপালে যে মোৰ কি বেজাৰ হব, কি কম? ভালে আছোঁ। ইতি। তোমাৰ—শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।"
Sambalpur, 8. 12. 24.

বেজবৰুৱাৰ ব্যক্তিত্বৰ প্ৰসঙ্গত কব পাৰি, হাজাৰো থৰঙা হৈ তেওঁৰ কাষলৈ যোৱাঁ, তেওঁৰ ওচৰত মূৰ দোঁ খাবই; আৰু হাজাৰো মূৰ দোঁৱাই যোৱাঁ, তেও সেই মূৰ তুলিবলৈ যত্ন কৰিবই। শকত আশাবাদ, বেজবৰুৱাৰ ব্যক্তিত্বৰ আন এটি বিশিষ্টতা। আমাৰ বৰ্ত্তমান সমস্যাবোৰৰ সম্পৰ্কে দুই-এবাৰ তেওঁৰ লগত পৰামৰ্শ কৰিছিলোঁ, কিন্তু তেওঁক কেতিয়াও নিৰাশাৰ কাষত মূৰ দোঁওৱা নাপাইছিলোঁ। তেওঁৰ মৃত্যুৰ দুকুৰি দিনৰ আগত ডিব্ৰুগড়ত তেওঁক দেখা কৰিছিলোঁ, শৰীৰ অত্যন্ত অৰশ বুলি জোঁৱাযেকে তেওঁক দেখা কৰিবলৈ দিবই নুখুজিছিল; কিন্তু মোৰ কথা কোৱা মাত্ৰকতে সেই গাৰেই তেওঁ শয্যাৰ পৰা উঠি আহিছিল আৰু মোৰ লগত কুৰি মিনিটৰ ওপৰ সময় কথা হৈছিল। সেই দিনাও আমাৰ অৱস্থাৰ সম্বন্ধে তেওঁৰ পৰা আশাবাদৰ বাহিৰে আন সমিধান নাপাইছিলোঁ।

বেজবৰুৱা আৰু আগৰৱালাৰ ব্যক্তিত্ব অমিলেৰে মিলিছিল, আৰু এটি ইটিৰ' পৰিপূৰক আছিল। আগৰৱালাই সাহিত্যত যেনেকৈ তেওঁৰ মনৰ কথা ঠোৰতে থলে, আন নালাগে বন্ধুৰ সমাজতো তেওঁ সেইদৰে শেষলৈকে লাজকুৰীয়া হৈয়ে

থাকিল ; সমাজত তেওঁ সদায় পানীৰ পৰা পোনে পোনে তুলি অনা মাছটিৰ দৰে, সংসাৰ তেওঁৰ বাবে "জনপূৰ্ণ নিৰ্জন"। সামাজিকতাৰ গুণ আগৰৱালাৰ বিশেষ নাছিল, ভালৰি লগোৱা বা মন-যোগোৱা কথা কোৱা যে নিলগেই। ব্যৱসায়ৰ কটকটীয়া-নিয়ম তেওঁ নিজে যেনেকৈ মানিছিল, আনেও মনাটো তেওঁ আশা কৰিছিল ; সেইবাবে বহুতে ওপৰে ওপৰে চাই তেওঁক চতুৰ বা কঠোৰ ব্যৱসায়ী বুলিহে ধৰিছিল ; স্বৰূপতে কিন্তু ব্যৱসায়ীৰ খোলাটোৰ বাহিৰে তেওঁৰ একো নাছিল । অন্তঃসাৰশূন্য দেশপ্ৰেমিক বা সাহিত্যিকৰ 'ব্যৱসায়' আৰু সভা সমিতিৰ লগত তেওঁৰ সমূলি ৰাহি নাহিছিল ; সেইহে বেজবৰুৱাকে আদি কৰি অনেকেই অনেকবাৰ যত্ন কৰিও তেওঁক অসম সাহিত্য-সভাৰ সভাপতিৰ আসনত বহুৱাব নোৱাৰিছিল । মোৰ বিশ্বাস, তেওঁ জনমত কোনো সভা-সমিতিত যোগ দিয়া বা বক্তৃতা কৰা নাছিল । এবাৰ তেওঁ মোক হঠাৎ এইদৰে কোৱা মনত আছে—"সভাৰ হাত চাপৰি শুনিলে মোৰ গাটো জিকাৰ খাই উঠে ।"

বেজবৰুৱাৰ ব্যক্তিত্ব অন্ততঃ দেখাত আছিল ইয়াৰ প্ৰায় বিপৰীত ধৰণৰ । সামাজিকতা আৰু সৰ্বৰহী গুণেৰে এওঁ আধুনিক অসমীয়া সাহিত্যৰ যেনেকৈ অপ্ৰতিদ্বন্দ্বী অধিনায়ক হৈ উঠিছিল, চিনাকি বা আচহুৱা যেই সেই লোকৰ সমাজতো তেওঁ আগশাৰীৰ কেন্দ্ৰপুৰুষ ৰূপে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল । কেতিয়াবা তেওঁ আগ মুহূৰ্ত্ততে

আগ্নেয়গিৰি, অভিমানী ; আৰু পিছ মুহূৰ্ত্ততে প্ৰশান্ত সাগৰ, নিৰীহ। খঙৰ ভমকত বেজবৰুৱাৰ আভিজাত্য অতিকৈ চৰা, আৰু খং মাৰবিলেই তেওঁ সাধুৰ উপৰি সাধু। সাহিত্য সম্পৰ্কীয় এটি কথাত এবাৰ তেওঁ মোলৈ অসমীয়াতে এখন দীঘলীয়া চিঠি লিখে, আৰু সেই প্ৰসঙ্গতে সেই সুপ্ত লিখক জোকাই লোৱা এজনৰ কথা মনত পৰি চিঠিৰ শেষ ছোৱা ইংৰাজীৰে এই বুলি লিখি সামৰণি মাৰে—

"... ...s' behaviour is cadish. I don't care. But let ... ...There will be trouble, I am sure. Out of vanity, he negleced my advice. I could have exploded everything he says, but I don't care to condescend to come to a discussion with him.

তোমাৰ—শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।" Sambalpur 19-1-'29

কিন্তু অষ্টাদশ শতিকাৰ ইংৰাজী সাহিত্যৰ বিখ্যাত অধিনায়ক ডেমুৱেল জনছনৰ বিষয়ে অলিভাৰ গল্ড্‌স্মিথে কৰৰ দৰে, ছালখনৰ বাহিৰে ভালুকৰ একোটো তেওঁত নাই।

মোৰ "অসমীয়া সাহিত্যৰ জিলিঙনি"খন তেওঁ চকু ফুৰাই পঠিয়াই মোলৈ লিখে—"প্ৰিয় নেওগ, সময়ৰ অভাৱত বা এলাহতে তোমাৰ "জিলিঙনি" ইমান দিনলৈকে পেলাই থৈছিলোঁ। যি হওক, এবাৰ চকু ফুৰালোঁ। ভাল হৈছে।...:পেন্সিলেৰে মই কিছুমান শুধৰণি suggest কৰি দিছোঁ, সেইবোৰ adopot কৰিলে ভাল হব বুলি

মোৰ বিশ্বাস। কিতাপখন ছপাই উলিয়ালে সন্তোষ পাম। আশা কৰোঁ তোমাৰ মঙ্গল। ইতি তোমাৰ—
Sambalpur. 31-7-25 } শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা"

মোৰ "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ" বিষয়ে লিখিছিল—"প্ৰিয় নেওগ, তোমাৰ চিঠি আৰু টাইপ্ কৰা সূচী আজি মই ইয়াতহে পাইছোঁ। আৰু এমাহ মান মোৰ ইয়াত থকা হ'ব। মহাৰাজৰ জুবিলি উৎসৱকে আদি কৰি নানা কাৰ্য্যৰ হেন্দোলনিত পৰি আছোঁ। মোৰ নিজৰ কৰ্ত্তব্য কোনো কাম ইয়াত নাই, অথচ আহৰি যাক বোলে, সি মোৰ সমূলি নাই। কথাটো শুনিবলৈ হাঁহি উঠা নহয় নে? মই whirlpool ৰ ভিতৰত। সূচীখন থিয়ৈ থিয়ৈ পঢ়ি চাইছোঁ; ভাল লাগিছে। মোৰ suggest কৰিবলৈ একো বাকী নাই। সেইমতে লেখি গলে সুন্দৰ কিতাপ হ'ব। মোৰ দৃঢ় বিশ্বাস, তুমি কৃতকাৰ্য্য হ'বা। মোৰ নামত উছৰ্গা কৰাত মোৰ আপত্তিতো থাকিবই নোৱাৰে, বৰং সন্মানিতহে হ'ম। তোমাৰ যি ইচ্ছা হয় কৰিবা। ভালে আছোঁ। তোমাৰ মঙ্গল কামনা কৰোঁ। ইতি, তোমাৰ শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা। Baroda, C/o S.V.Mukerjia 11-1-36"

শেষ চিঠিত লিখে—"প্ৰিয় নেওগ, চিঠি পালোঁ। মই আজি দুমাহ নৰিয়াপাটীত। এনে অৱস্থাত মোৰ

পৰা তোমাৰ কিতাপৰ বিষয়ে কিবা সহায় হব বুলি মনে নধৰে। ক্ষমা কৰিবা। তোমাৰ কুশল কামনা কৰোঁ। ইতি। বিনীত—শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা। Sambalpur. 6.4.'37."

---

[ ১৩ ]

# ৰজনীকান্ত বৰদলৈ আদি

অসমীয়া ঔপন্যাসিক-সম্ৰাট্ ৰজনীকান্ত বৰদলৈৰ সোঁৱৰণ মোৰ আন এটি আদৰৰ বস্তু। ১৯২৪ ৰ বৰদিনত নগাঁৱত বহা অসম সাহিত্য সন্মিলনৰ সভাপতি হওঁতে তেওঁৰ লগত পোনতে ভালদৰে চিনাকি হওঁ, যদিও তাৰ আগতেই তেওঁৰ ছপা অভিভাষণত মোৰ নাম আদৰেৰে উল্লেখ কৰিছিল। তাৰ পাছত ১৯২৬-২৭ ৰ অসম সাহিত্য সভাৰ উপন্যাস প্ৰতিযোগিতাত তেওঁৰ লগত স্বৰ্গীয় হিতেশ্বৰ বৰবৰুৱা আৰু মই পৰীক্ষক থকা প্ৰসঙ্গত দ্বিতীয় বাৰ কথা-বাৰ্ত্তা হওঁ। তাৰ পাছৰ পৰা মোৰ প্ৰতি তেওঁৰ স্নেহ ক্ৰমে বাঢ়ে, আৰু মোৰ লৰা-তিৰুতাক নিজ নাতি বা কন্যাৰ দৰে স্নেহ কৰে; আৰু ময়ো তেওঁৰ সৰলতা আৰু অমায়িকতাত মুগ্ধ হওঁ। এই উদাৰ সহানুভূতিয়েই তেওঁৰ সাহিত্যতো এটি আপুৰুগীয়া মোহ সানে। মোৰ "অসমীয়া সাহিত্যৰ

জিলিঙনি” পুথি তেওঁৰ নামত অৰ্পণ কৰি প্ৰকাশ কৰাত তেওঁৰ পৰা এই শেষ পত্ৰ পাওঁ—

“প্ৰিয় নেওগ বপা, তুমি পঠোৱা “অসমীয়া সাহিত্যৰ জিলিঙনি” এখনি পাইছোঁ। মই এই জিলিঙনি কিতাপ-খনি সাদৰে গ্ৰহণ কৰিলোঁ। তোমাৰ মোলৈ যে অসীম মৰম, সেইটোৰ এই পুথিখনেই প্ৰমাণ। অসমীয়া গীত-ৰাগ-পদৰ সৌন্দৰ্য্য বিচাৰি উলিয়াই আমাৰ চেনেহী ভাষাৰ অফুৰন্ত গৌৰৱ তুমি বঢ়াব লাগিছা। কি গদ্য, কি পদ্য, সকলোতে তোমাৰ সিদ্ধ হাত। আশীৰ্ব্বাদ কৰিছোঁ যেন সপৰিবাৰে কুশলে থাকা। লৰা-ছোৱালী কেটাকো ঈশ্বৰে দীৰ্ঘায়ু কৰি কুশলে ৰাখোক। মই গুণহীনৰ গুণ বঢ়াইছা।— বেমাৰৰ effect মোৰ এতিয়াও যোৱা নাই। বেছি লিখিব নোৱাৰোঁ। আঙুলিবিলাক টানি ধৰে। বেছি ভাবিবও নোৱাৰোঁ। বৃদ্ধাৱাস্থাৰ বাবে এনেয়ে মগজু দুৰ্ব্বল। তাতে epileptic fit এটা ২ বছৰ ৩ মাহৰ আগেয়ে হৈ গ'ল।—মোৰ আইটীক সাদৰ সম্ভাষণ আশীৰ্ব্বাদ জনাবা। তেওঁ দিয়া কিতাপো পঢ়ি শলাগ লইছোঁ। ইতি
তোমাৰ মৰমৰ শ্ৰীৰজনীকান্ত বৰদলৈ, উজানবজাৰ, ২৯।৩।৩৯”

সুকবি হিতেশ্বৰ বৰবৰুৱাৰ কাব্যবোৰ ১৯১৫–১৬ মানতে পঢ়ি মোৰ বৰ ভাল লাগে। ১৯১৭ ত যোৰহাটত বহা অসম ছাত্ৰ সন্মিলনত তেওঁক নিলগৰ পৰা পোনতে দেখোঁ। ১৯২৪ ত তেওঁৰ পৰা এখনি চিঠি পাওঁ:—

"প্ৰিয় নেওগ বোপা, তোমাৰ চিঠিখনি পাই সচাকৈয়ে বৰ বং পালোঁ। তুমি এগৰাকি উঠি অহা ডেকা কবি। আমাৰ জাতীয় সাহিত্যই তোমাৰ পৰা অনেক আশা কৰিছে। সেই কাৰণে মই এবাৰ তোমাক দেখা পাবলৈ আশা কৰিছোঁ। অৱশ্যে সোনকালে যদি নমৰোঁ, এদিন তোমাক দেখা পাম বুলি ভাবিছোঁ। —"আহোমৰ দিন" খন হাতত লৈ মই ইমান ব্যস্ত হৈ পৰিছোঁ যে, অনেক সময়ত অনেক ভদ্ৰলোকলৈ চিঠিৰ উত্তৰ দিব নোৱাৰোঁ। সময়ৰ বৰ নাটনি।... মোৰ স্নেহ সম্ভাষণ গ্ৰহণ কৰিবা।

তোমাৰ— হিতেশ্বৰ বৰবৰুৱা
(চকলানি, যোৰহাট) ৩১।৫।২৪

ইয়াৰ পাছত সেই বছৰৰ বৰদিনত নগাঁৱত বহা অসম সাহিত্য সন্মিলনৰ বুৰঞ্জী শাখাৰ সভাপতি হৈ যোৱা প্ৰসঙ্গত তেওঁক প্ৰথম দেখা পাওঁ। কপালৰ ফেৰ! আকৌ সেই নগাঁৱতে তেওঁ শেষ নিশ্বাস পেলোৱাৰ অলপ দিনৰ আগতে অন্তিম শয্যাত তেওঁক দেখা পাওঁ;— "বোপা, আৰু যোৰহাটলৈ ঘূৰি যাবৰ আশা নাই" বুলি টোকা চকুলোৰে এতিয়াও যেন বুক্ ভাগে!

বিখ্যাত অসমীয়া ভাওনি-কোঁৱৰ ৰায় বাহাদুৰ আনন্দ চন্দ্ৰ আগৰৱালাৰ লগত দেখা-দেখি আৰু চিনা-চিনি হয় ১৯২১-২২ ৰ কটন কলেজত অসমীয়া ছাত্ৰ-সন্থৰ বছৰেকীয়া অধিবেশনত। মই যেনেকৈ মনে মনে তেওঁৰ কবিতাৰ অনুৰক্ত

আছিলোঁ, তেৰোঁ সেইদৰে হেনো মোৰ কবিতাৰ অনুৰক্ত। তাৰ পাছত ধুবুৰীত চাকৰি কৰা কালত আকৌ আমাৰ ঘনিষ্ঠতা বাঢ়ে, আৰু তেওঁৰ অসমীয়া-প্ৰাণ কাৰ্য্য-কলাপ দেখি তেওঁলৈ আৰু শ্ৰদ্ধা বাঢ়ে। তেওঁ পুলিছ ছাহাবৰ কামৰ পৰা আজৰি হোৱাৰ পাছতো চিঠি-পত্ৰেৰে মোক সদায় উৎসাহিত কৰিছিল। তাৰে কেখনমানৰ মৰ্ম—

"প্ৰিয় নেওগ, আপোনাৰ চিঠি পাই সুখী হলোঁ। মোৰ যি কোনো কবিতাকে আপোনাৰ "কাব্যপ্ৰতিভা"ত ঠাই দিব পাৰে। ...আশা কৰোঁ আপোনাৰ প্ৰশংসনীয় উদ্যম সুফলপ্ৰদ হব। ..."অসমীয়া সাহিত্যৰ বহল বুৰঞ্জী"-লৈ আগ্ৰহেৰে বাট চাই থাকিলোঁ। আপুনি এই কামটো হাতত লোৱাত উপযুক্ত লোকৰ হাতত উপযুক্ত কাম বুলি ভাবিছোঁ। মোৰ দৃঢ় বিশ্বাস, আপুনি এই কামত সিদ্ধহস্ত। আশাকৰোঁ আপুনি সপৰিয়ালে কুশলে আছে-মোৰ স্নেহ আৰু প্ৰীতি গ্ৰহণ কৰিব।"

তেজপুৰ; ১৭ এপ্ৰিল ১৯৩৪ — আপোনাৰ— শ্ৰীআনন্দচন্দ্ৰ আগৰৱালা।"

"প্ৰিয় নেওগ, আপোনাৰ চিঠি পালোঁ। অসম উপত্য-কাৰ পাঠ্যপুথি কমিটিয়ে ঘোষণা কৰা অসমীয়া আধুনিক সাহিত্যৰ বুৰঞ্জীৰ বঁটাটি আপুনি পাইছে বুলি জানিবলৈ পাই পৰম সন্তোষ লাভ কৰিলোঁ। আপোনাৰ পৰিশ্ৰম সাৰ্থক হৈছে। পুথিখন যে অতি উত্তম হৈছে,

সূচীৰ পৰাই বুজিব পাৰিছোঁ।... অহা ১১।১২ এপ্ৰিল-তাৰিখে ইযাত অসম সাহিত্য সভাৰ ষষ্ঠদশ বাৰ্ষিক অধিবেশন পাতিবলৈ স্থিৰ কৰা হৈছে। সেই সম্মিলনত যেন আপোনাক ইয়াত দেখা পাওঁ। আমি ভালে আছোঁ। আশা কৰোঁ আপুনি সপৰিয়ালে কুশলে আছে। আপোনাৰ—শ্ৰীআনন্দ চন্দ্ৰ আগৰৱালা।”

তেজপুৰ, ৭।১।৩৬।

“প্ৰিয় নেওগ, ৰঙালি বিহুত শ্ৰদ্ধা আৰু প্ৰীতিৰ বিহুৱান স্বৰূপে পঠোৱা আপোনাৰ নকৈ ওলোৱা “অসমীয়া সাহিত্যৰ জিলিঙনি” এখন পাই সাদৰে গ্ৰহণ কৰিলোঁ। মোৰ আন্তৰিক ধন্যবাদ আৰু প্ৰীতি সম্ভাষণ গ্ৰহণ কৰিব।...আপোনাৰ পৰিশ্ৰম সাৰ্থক হৈছে। সুধীবৃন্দই এই পুথি পঢ়ি নিশ্চয় সোৱাদ পাব। আমাৰ ভাষাত সমালোচনাৰ পুথিৰ বৰ অভাৱ। এই পুথিয়ে সেই অভাৱৰ কিছু পৰিমাণে পূৰণ কৰিছে। সাহিত্য-ক্ষেত্ৰত আপোনাৰ অদম্য [illegible]ম আৰু [illegible] দেখি মোহিত হৈছোঁ। ঈশ্বৰে আপোনাক দীৰ্ঘায়ু কৰক। ভিন্ ভিন্ যুগৰ অসমীয়া সাহিত্য বিশেষ মনোযোগ আৰু শ্ৰদ্ধাৰে অধ্যয়ন কৰি আপুনি অসমীয়া সাহিত্যৰ পদুমনিত যি “জিলিঙনি” পেলালে, সি সচাঁকৈয়ে যেন “জিলিঙনি এটি আহি পদুম বনত স্বৰগৰ বহনা চালিছে।” এই পুথি বিশ্ববিদ্যালয়ৰ এম্-এ শ্ৰেণীৰ

পাঠ্য হব বুলি আশা কৰিলোঁ।...আশাকৰোঁ আপুনি সপৰিয়ালে কুশলে আছে। ইতি—আপোনাৰ

তেজপুৰ, ২০।৪।৩৯ } শ্ৰীআনন্দ চন্দ্ৰ আগৰৱালা"

---

[ ১৪ ]

## বিলাতী ডাক

১৯১৭ ত যোৰহাটত বহা অসম ছাত্ৰ সম্মিলনৰ দ্বিতীয় বাৰ্ষিক অধিবেশনৰ সভাপতি আছিল "হেমকোষ" সম্পাদক অসমৰ পুৰণি চীফ কমিশ্যনাৰ কৰ্ণেল পি, আৰ, গৰ্ডন। সেই অধিবেশন বহিছিল ৰাজমাও পুখুৰীৰ দখিণে থকা যোৰহাটৰ পুৰণি কাছাৰী ঘৰত, আৰু মই শিৱসাগৰ চৰকাৰী ওখ ইংৰাজী বিদ্যালয়ৰ প্ৰতিনিধি—ছাত্ৰৰূপে ইয়াত যোগ দিছিলোঁ। গৰ্ডনে অসমীয়াত তেওঁৰ সভাপতিৰ অভিভাষণ পঢ়িছিল আৰু সেই অভিভাষণ পাছত সম্মিলন-প্ৰবন্ধাৱলীৰ দ্বিতীয় ভাগত ছপা হৈছিল। তেওঁ কামৰ পৰা আজৰি হৈ বিলাতলৈ উলটি যোৱাৰ পাছতো অসমীয়া ভাষাৰ চৰ্চ্চা ৰাখিছিল, আৰু সেইবাবেই অসম ছাত্ৰ সম্মিলন-নৰ মুখপাত "মিলন"ৰ সম্পাদক হৈ থকা কালত মই প্ৰবন্ধ

খুজি তেওঁলৈ এখন চিঠি লিখোঁ। তাৰ উত্তৰত তেওঁ নিজ হাতে মোলৈ লিখে—

"Permanent address—
C/o Lloyd's Bank Cop's and King's Branch
6 Pall Mall, London. S. W, 7th March, 1926.
Plan Neoe, Villars Sur Box, Switzerland.
"My dear Sir, I am much obliged to you for your kind letter of the 7th February, and among pleased to think that the time when I presided over the Assam Students' Conference is still remembered in Assam, also that you had seen my review of Mr. Bhuyan's বৰ ফুকনৰ গীত। Mr. Krishna Kanta Handiqui, one of the students who took a leading part at the conference of 1917, sent me a copy of your interesting periodical "মিলন and I have read already read of its poems, বীণৰ সুৰ with satisfaction. I will gladly become a subscriber for one year if you will kindly send me the paper and also tell me how much is the subscription including postage. I am afraid I cannot promise to become a contributor, certainly not at present, until I can get my Assamese books from

London; but I may be able to send you something in সহজ অসমীয়া later. Thanking you again for your letter and with kind regards and best wishes for the success of the Students' Conference, I am,

Yours very sincerely, P. R. Gurdon."

এই চিঠিৰ মাজত দুই তিনটা অসমীয়া শব্দ অসমীয়া আখৰেৰে লিখি তেওঁ ভাল পাইছিল; আৰু পুৰণি "মিলনত" মোৰ "ডাকৰ বচন" প্ৰবন্ধটো পঢ়ি বিশেষকৈ শলাগি কটন কলেজৰ তেতিয়াৰ অধ্যক্ষ ছুড্মাৰ্ছনলৈ পত্ৰ লিখিছিল।

মই কটন কলেজৰ ছাত্ৰ থকাৰ ভিতৰত ছুড্মাৰ্ছনৰ বাহিৰেও ডক্টৰ থমছন্ আৰু ৰবৰ্টচ্ অস্থায়ী অধ্যক্ষ, আৰু ব্ৰাউন্ আৰু গফিন্ যথাক্ৰমে অৰ্থনীতি আৰু ইংৰাজী সাহিত্যৰ ঘাই অধ্যাপক আছিল। মই নিশ্চয় ভাল ছাত্ৰ নাছিলোঁ, কিন্তু, কিয় জানো এওঁলোক আটাইকেজনে ঘাইকৈ থমছন, ৰবাৰ্টচ্ আৰু গফিনে মোক বৰ মৰম কৰিছিল। ইয়াৰ ভিতৰত অধ্যাপক ৰবাৰ্টচৰ অকৃত্ৰিম স্নেহ মই পাহৰিব নোৱাৰোঁ। এওঁ পদাৰ্থবিজ্ঞানৰ ঘাই অধ্যাপক আছিল আৰু মই এবছৰ তেওঁৰ অনাৰ্ছ ছাত্ৰ আছিলোঁ। তদুপৰি মই গুৱাহাটীৰ অসমীয়া ছাত্ৰ-সঙ্ঘৰ ঘাই সম্পাদক থকা সময়ত এওঁ অস্থায়ী অধ্যক্ষ থকাত নানা সম্পৰ্কত এওঁৰ লগত মোৰ ঘনিষ্ঠতা হৈছিল। আৰু তেতিয়াৰ

পৰাই য'তে থাকে মোলৈ নাপাহৰে আৰু চিঠি লিখে। মই কলেজৰপৰা ওলাবৰ সময়ত তেওঁ এইদৰে উৎসাহ দিয়ে—

"Dear Dimbeswar Neog, In reply to your letter of the 20th. of May, which did not reach me until recently ·· With your taste for writing why not try for a post in the teaching line and use your leisure, which would then be no inconsiderable portion, in the composition of books. Should there be a development of primary education in Assam, there will be plenty of scope for you as an author ···

Trewely, Bodorgan Yours sincerely
Anglesey, W. Wales } D. E. Roberts.
23 Aug, 23 }

এবছৰৰ পাছত তেওঁ শ্ৰীহট্টৰ মুৰাৰিচাঁদ কলেজৰ অধ্যক্ষ ৰূপে থাকি মোলৈ লিখে—

"Dear Dimbeswar, It was quite a pleasure to me to receive your letter. Accept my congratulations on your examination results. I am also glad to hear that you are so busy in various literary activities. If you can take up the M. A. course and at the same time find congenial employment in the New Press, I should think the scheme a very good one.

In reply to your enquiries in regard to myself, I may assure you that I am keeping quite fit and am, on the whole, enjoying my sojourn in the Surma Valley. I live in lonely state some three miles from the college and town of Sylhet, but the seclusion has its compensations....If I may venture on a word of advice in regard to your ambitions as an author, it would be to utilize your leisure in making yourself familiar with standard English authors, old and new, and also with the modern school of Bengali writers who, I am told, are writing fiction in Bengali after the European model. It would be well, in any case, for you to make up definite plans and stick to them. Make up your mind as to what you are going to regard as your main ambition and plans, and do not waste too much of your energies on side issues.

Murarichand College, Sylhet, 26th July, '24.

Yours sincerely
D. E. Roberts"

মোৰ বিয়াৰ সময়তো এওঁ শ্ৰীহট্টৰ পৰাই মোলৈ লিখে—

"Dear Dimbeswar, I was very pleased to hear from you after so many years, and

whilst I cannot accept your invitation to your wedding, I do send you my very good wiches. There are several of your old professors here, Prof. A. K. Das and Babu Tarakeswar Bhattacharjya, and they were very interested to hear about you. Again wishing you all Joy and Happiness,

I remain,

M. C. College. Sylhet Yours sincerely
5. 12. 30 D. E. Roberts"

১৯৩০-৩৪ ত তেওঁ এবাৰ অসমৰ শিক্ষা-বিভাগৰ শুৰিয়াল-ৰূপে যোৰহাটলৈ আহে, আৰু মই তেতিয়া তেওঁৰ তলতীয়া কৰ্মচাৰী হলেও ভালেমান বছৰৰ মূৰত মোক দেখি তেওঁৰ আনন্দৰ সীমা নহৈছিল। মোৰ ঘৰুৱা সকলো কথা তেওঁ সুধিছিল আৰু মোৰ দুখ-দুৰ্ভাগ্যত গভীৰ সহানুভূতি কৰিছিল। তাঁতশালৰ মাকোৰ দৰে মই আঠ বছৰ অসমৰ ইমূৰ-সিমূৰলৈ চাকৰিত চুচৰি ফুৰাৰ পাছত তেওঁৰ শুভ ইচ্ছা আৰু যত্নতে শেষত যোৰহাটত থিতাপি হওঁ। ইয়াৰ ভিতৰতে দুৰ্ভাগ্যক্ৰমে শাৰীৰিক অসুস্থতাৰ বাবে ৰবাৰ্টচ্ছে কামৰ পৰা আজৰি হৈ যায। তেওঁ ৰণৰ ঘোৰ দুৰ্দ্দিনৰ ভিতৰত ঘৰৰ পৰা কৰবাত আঁতৰি থকা অৱস্থাতে তেওঁৰ নাম উছৰ্গা কৰা মোৰ "বিজ্ঞানৰ আগকথা" খন পাই তেওঁ মোলৈ লিখে—

"Dear S]. Dimbeswar Neog, It was a great pleasure to me to receive your book

last week. Its very unexpectedness but enhanced its welcome. I feel flattered by its dedication. I trust the volume will prove useful to its readers in Assam.

It is a long cry to those days when you were a student of mine in the Cotton College and I am so glad to learn that you remember the association with some warmth of feeling even as I do. You seem to have done very well, and I congratulate you on your many activities and the products of your energetic pen!

I do like to hear news of Assam, particularly of the old boys of the Cotton College. I never anticipated leaving the province so much before the normal end of my Service. But being home has been good for me, despite many longings. My wife and I have settled in South Wales in a part strange to us but chosen because the country reminds us of the open spaces and the hills of Assam.

With kind regards and every good wish,

Serai, Builth Wells    Yours sincerely

Brecknock shire, Wales    D. E. Roberts"

13 June,' 43.

অসমৰ শিক্ষাবিভাগৰ শেষ ইংৰাজ গুৰিয়াল স্মলে পাছলৈ মোক ভালকৈ চিনিছিল আৰু ভাল পাইছিল। অসমীয়াৰ এম্-এ পৰীক্ষাত ছবছিডিয়েৰি বিষয় ৰূপে বঙলাত শতকৰা প্ৰায় আশী আৰু পালি প্ৰাকৃতত ভাল নম্বৰ পায়ো অসমীয়া সাহিত্যৰ পৰীক্ষকসকলৰ হাতত নিচেই তাকৰ নম্বৰ পাই দ্বিতীয় শ্ৰেণীৰ এম-এ ডিগ্ৰী পোৱা বাতৰি কাৰাবাৰ পৰা শুনি এওঁ মোলে লিখে—

"My dear Neog, I congratulate you very heartily on the result of your Examination, though I think it is disgraceful that the Examiners did not give you first class marks as you certainly know much more about Assamese than they do ..

Shillong Yours sincerely
2.10.40. G. A. Small"



[১৫]

# গৌৰীনাথ শাস্ত্ৰী আদি

১৯২৬ত ইংৰাজীৰ এম্-এ পঢ়া সাং কৰি যেতিয়া মোৰ ঘৰুৱা অৱস্থাৰ দোহাই শুনি শিক্ষা বিভাগত ৭৫৲ টকীয়া চাকৰিত সোমাব লগা হ'ল, সেই সম্পৰ্কে তেতিয়া নৰ্মাল স্কুলৰ ছুপাৰিণ্টেণ্ডেণ্ট স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামীলৈ এখন চিঠি লিখোঁ। তাৰ আগতে অৱশ্যে গোস্বামীৰ লগত মোৰ চিনাকি আছিল, কিন্তু সি প্ৰিয়-অপ্ৰিয় ভাবেৰে মিহলি। মোৰ সেই পত্ৰ পায়ে গোস্বামীয়ে মোলৈ অতি সহানুভূতি-সূচক এখন পত্ৰ লিখে আৰু পাৰ্য্যমানে এই বিষয়ত তেওঁ মোক সহায় কৰিব বুলি প্ৰতিশ্ৰুতি দিয়ে। যদিও মোৰ নিজ দুৰ্দশাৰ বাবে তেওঁৰ সকলো সহানুভূতিতো মোৰ চাকৰি জীৱনৰ যাত্ৰা সিমান শুভ নহল, তথাপি তেওঁৰ সেই উৎসাহ-উদগনি মই পাহৰিব নোৱাৰোঁ। সচাকৈয়ে তেওঁৰ এই গুণগ্ৰাহী স্বভাৱ মই আমাৰ শিক্ষিত সমাজতো অতি তাকৰ দেখিছোঁ। মোৰ "দীপাৱলী" নামে চুটি-সাধুৰ পুথিখন তেওঁৰ নামে উছৰ্গা কৰিবলৈ অনুমতি দিওঁতে তেওঁ লিখে—

"My dear Neog, আপোনাৰ ৫।৯।৩০ তাৰিখৰ চিঠি পালেঁা। আপোনাৰ ছপাব খোজা কিতাপখন মোৰ

নামত সম্পৰ্ক ৰাখি ছপালে মই প্ৰকৃততে ৰং পাম; কাৰণ আপোনাৰ লিখাৰ প্ৰতি মোৰ শ্ৰদ্ধা আছে।...ইতি
যোৰহাট, ১১।৯।৩০ আপোনাৰ
শ্ৰীশৰৎ চন্দ্ৰ গোস্বামী"

আমাৰ ভাষা আৰু জাতিৰ উন্নতি বিষযক নানা কথাত তেওঁ মৰম কৰি মোৰ পৰামৰ্শ সুধিছিল। মই অসম সাহিত্য-সভাৰ প্ৰধান সম্পাদক হোৱাত তেওঁ ঢুকোৱাৰ অলপ দিনৰ আগতে মাথোন মোলৈ লিখিছিল।

"প্ৰিয় নেওগ, আপোনাৰ চিঠি পালোঁ। সাহিত্য সভাৰ প্ৰধান সম্পাদক আপুনি হোৱাত ভাল পাইছোঁ। শ্ৰীযুত নীলমণি ফুকন আৰু আপুনি লগ লাগি সাহিত্য সভাক সৰ্বতোভাৱে কাৰ্য্যকৰী কৰি তুলিব পাৰিব বুলি আমি আশা কৰিছোঁ। গুৱাহাটীত মই সাহিত্য-সভাৰ কাৰ্য্যনিৰ্ব্বাহক সভাৰ সভ্য হৈ থাকিবলৈ ভাল পাম, যদিও এনে দৰৰ সভ্যই কিবা কাম কৰিব পাৰিব বুলি মোৰ বিশ্বাস নাই। আপোনালোকে কেন্দ্ৰত থাকি যেনে উৎসাহ আৰু উদ্দীপনা দিব পাৰিব, তেনে প্ৰকাৰ কামহে হব। —মোৰ মনেৰে আপোনালোকে শাখা-সভাবিলাক পুনৰ গঠন কৰক, আৰু শাখা-বিলাকৰ কাৰ্য্যক্ৰম এটা নিৰ্ধাৰিত কৰি দি সেইদৰে সেইবিলাকক কামত লাগিব দিযক। মাহেকীযা সভা এখনো এই কাৰ্য্যক্ৰমৰ ভিতৰত পৰিব লাগে। —মই

অলপতে ইয়াৰ পৰা গুৱাহাটীলৈ যাম। কিবা কথাত যদি মোৰ পৰামৰ্শ লাগে অনুগ্ৰহ কৰি জনাব। মোৰ জীৱনৰ ভাল এটা অংশ, কব লাগিলে উৎকৃষ্ট অংশটো, যোৰহাটত আৰু সাহিত্য সভাৰ মাজত কাটিছে। সাহিত্য সভাখন অতি কষ্ট কৰি মই নিজে পাতা অনুষ্ঠান, অৱশ্যে সহৃদয় বন্ধুসকলৰ সহযোগিতাত। গতিকে তাৰ প্ৰতি মোৰ মৰম অতি নিবিড। তাৰ ভালৰ অৰ্থে মোক যিহকে কৰিব কয়, তাকে কৰিম। —আশা কৰোঁ সকলো প্ৰকাৰে কুশলে আছে ইতি

Shillong. 9.11.44. আপোনাৰ

শ্ৰীশৰৎ চন্দ্ৰ গোস্বামী"

১৯২৬ৰ পূজাৰ বন্ধত ধুবুৰীত শ্ৰীযুত বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত যি অসম সাহিত্য-সন্মিলন বহে, তাৰ পাছত অসমীয়া-বঙালীৰ কথা লৈ সেই সৰু নগৰখন তল-ওপৰ। তেনেতে ১৯২৭ৰ জুলাইত মোক শিক্ষকতাৰ কামত তালৈ পঠিওৱা হয়, আৰু মই সেই খৰ-বাগৰৰ মাজত পৰোঁগৈ। আমি পৰিয়াল নোহোৱাকৈ থকা অসমীয়া কৰ্ম্মচাৰী কেজন স্বৰ্গীয় গৌৰীনাথ চক্ৰবৰ্ত্তী শাস্ত্ৰীৰ এটি ভেৰণীয়া ঘৰত জুম পাতি আছিলোঁ। শাস্ত্ৰীৰ নিজা ঘৰতে এই ঘৰ লগা। মই জনাত এওঁ গোৱালপাৰা জিলাৰ প্ৰথম গ্ৰেজুৱেট ডেকা, পোনতে গৌৰীপুৰৰ ৰজা বাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱাৰ ঘৰুৱা শিক্ষক আৰু পাছত দেৱান আছিল; কিন্তু "এটা অমঙ্গলীয়া

ঘটনাৰ বাবে তেওঁ ধুবুৰী এৰি গয়ালৈ গৈ তাত ওকালতি কৰে, আৰু পিছত তেওঁৰ পুতেক কেজনেও তাতে ওকালতি আদি ব্যৱসায় কৰে। শাস্ত্ৰীৰ বয়স তেতিয়া ৭০ বছৰমান, আৰু প্ৰায়ে ধুবুৰীত থাকে। "প্ৰান্তবাসী" নামে বঙলা কাকত এখনো এওঁ নিজ নাম নিদিয়াকৈ সম্পাদন কৰিছিল আৰু বিখ্যাত কবীন্দ্ৰ মহাভাৰত পুথিও এওঁ সম্পাদিত কৰি উলিযাইছিল। এওঁলোক ধুবুৰীৰ শাকামাৰ মানুহ।

শাস্ত্ৰীয়ে গোৱালপাৰাৰ বাবে বঙলা ভাষা সমৰ্থন কৰি "প্ৰান্তবাসীত" লিখে, আৰু মই অসমীয়া ভাষা চলোৱাৰ পক্ষে "অসমীয়া"ত লিখোঁ। এইদৰে মতত আমি দুয়ো পূবা-পছিমা; কিন্তু পুৱা-গধূলি ফুৰা-চকাত দুয়ো লগ আৰু দুইৰো ভিতৰত পৰম প্ৰীতি। ই কাৰো কপটতা নহয়, কেৱল এটা ভাবগত প্ৰভেদ। শাস্ত্ৰীয়ে মোক কয়, গোৱালপাৰাত তেওঁ বঙালীক ঠাই দিব নোখোজে; কিন্তু তাৰ যিবোৰ অঞ্চলত বঙলা ভাষা বহুত দিন চলি আছে তাত বঙলা গুচাই হঠাৎ অসমীয়া চলালে শিক্ষাত ব্যাঘাত হব বুলি ভাবে। পাছত তেওঁ অসম সাহিত্য সম্মিলনৰ সভাপতি হবলৈও মান্তি হৈছিল, কিন্তু ঘটনাক্ৰমে সি হৈ নুঠিল। এই সম্পৰ্কত তেওঁ মোলৈ লিখে।

"My dear Neog, With great pleasure I read your kind letter to-day at Gaya. I left Dhubri on 20 th July last and am now at Gaya, I enquired of you while

at Dhubri, and learned that you have been transferred to North Lakhimpur. I think I also learned that you have married or about to marry. Your good news is always a great delight to me. I am only sorry that I cannot meet you now as I used to do before.—I have not received uptodate any offer of presidentship of the Philosophy branch of the next anniversary meeting of the Assam Literary Conference, excepting your this letter. However this I consider an offer. Now the question is, when is it to be held? Is it possible for me to go? I do not mind for any presidentship; but it is my great desire always to go and meet my friends there on such an occasion. This is my life-long desire and I am sorry I had not the opportunity for it up to date. I have grown now too old and my health also has become rather too weak. However I can tell you this much that I will try my best to attend the next conference if my health and circumstances permit me. I have many things to talk to my friends whom I love so much. I have a great desire to travel

from one end to the other end of my province which is so very dear to me. I am not a man qualified for any presidentship, though your love for me induces you to make such an offer. - I hope you are in good health and spirit, and are going on well with your literary pursuit as before. I wish to see you a "Rabindra" of our province.—Kindly do not fail to write always to me. Let me know when the Conference is to be held. My best love and good wishes to you and to my friends there.

Gaya. 13|8|31 — Yours affectionately
Gaurinath Chakravarti"

ইয়াৰ চাৰি মাহৰ মূৰত তেওঁ আকৌ লিখে —

"My dear Mr. Neog, I am glad you always remember me. I have received your letter dated 8.12.31 today. I am now at Benares, not doing very well. There is very little chance of my going to attend the annual conference of the Assam Sahitya Sabha. Some one wrote to me long ago asking my opinion whether I could accept the presidentship in Philosophy.

I replied thanking him for the kind offer and said that being a man sufficiently grown old, there was no certainty for my being able to preside, I would try. As I see now, I am getting weaker day by day. I cannot venture to undertake the journey from Benares to Sibsagar. Kindly inform the Sabha and ask to excuse me. I am very weak and not doing well,—I would like to see your criticism in Panhi of Kavindra Mahabharat.— I hope you are all right.

Benares City. Yours sincerely
14.12.31 Gaurinath Chakravarti



# অসম সাহিত্য সভা

১৯২৪ৰ বৰদিনত নগাঁৱত বহা অসম সাহিত্য সন্মিলনৰ পৰাই এই সভাৰ লগত ঘনিষ্ঠ সম্পৰ্ক, আৰু ১৯৩৩ত যোৰহাটলৈ অহাৰ পৰাই মই ইয়াৰ কাৰ্য্যকৰী সমিতিৰ সভ্য হৈ আছোঁ। আকৌ ১৯৩৩ত বৰদিনত উত্তৰ লখীমপুৰত বহা সন্মিলনৰ পৰাই ১৯৪৪ লৈকে প্ৰায় একে লেখাৰিযে যুটীয়া বা গুটীয়াকৈ মই ইয়াৰ মুখপত্ৰৰ সম্পাদক থাকোঁ, আৰু ১৯৪৪ৰ পূজাৰ বন্ধৰ পৰা ১৯৪৭ৰ ইষ্টাৰ বন্ধলৈকে ইয়াৰ প্ৰধান সম্পাদক হওঁ। মই মন কৰিছিলোঁ, অসম ছাত্ৰ সন্মিলনৰ দৰেই অসম সাহিত্য সভায়ো পোনৰ ৬।৭ বছৰত যি উদ্যম দেখুৱাইছিল, পাছত সকলো অসমীয়া অনুষ্ঠানৰ স্বভাৱ অনুসাৰেই হবলা সি চেচেৰা-পোৰা দিছিল। তাৰ ঘাই হেতু, শৰৎচন্দ্ৰ গোস্বামীয়ে ইযাক জন্মৰ পৰা যিদৰে আপোন সন্তানৰ দৰে লালন-পালন কৰিছিল, তেওঁৰ পাছত তেনেভাৱে লগা বা তেনে কাৰ্য্যদক্ষতা থকা লোক নোহোৱা হেতুকেই তাত কেৰোণ সোমাল। তাৰ বাহিৰে, এই সভাৰ সম্পাদকৰ পদবী, দাযিত্বৰ কাঁইটীয়া মুকুটতকৈ অভিনন্দনৰ ফুলৰ মালা বা বন-নোহোৱাৰ বন বা জিৰণিৰ ঠাই বুলি বিবেচিত হবলৈ ধৰিলে। সৰহ কি, হাতে-কামে সাহিত্যিক

নহলেও যেন এই সভাৰ সম্পাদক বা কাৰ্য্যকৰী সমিতিৰ সভ্য নাম লৈ, আন নালাগে সম্মিলনৰ বক্তৃতা মঞ্চত ঠিয় হৈও অতি সহজ উপায়ে সাহিত্যিক বোলাবৰ যেন এটা বাট এই সভাই উলিয়াই দিলে, এনে ভাব দেখা গল। শাখা-সভাবিলাকো জ্যামিতিৰ বিন্দুৰ দৰে বিনা-ব্যাপ্তিৰেও স্থিতিৰ প্ৰমাণ দিব পৰা হৈ, গোটেই অনুষ্ঠানটোক এটা জীৱন্ত শক্তিৰ সলনি কমাবৰ ভাটিৰ দৰে ফোচ্‌ফোচোৱা যন্ত্ৰত পৰিণত কৰিলে। মই এই কথাৰে কাকো হেয় কৰিব খোজা নাই; অপ্ৰিয় হলেও এইখিনি কথা যে সত্য, সভাৰ বুৰঞ্জীয়েই তাৰ সাক্ষ্য দিব।

১৯৩৬-৩৭ তো দুই এজন বন্ধুৱে মোক এই সভাৰ সম্পাদক হবলৈ উদ্গুকিয়াইছিল; কিন্তু এনে অৱস্থাত সম্পাদক কোনোবা অপযশৰ ভাগী হোৱাৰ নামান্তৰ বুলি মই তেনে কথা মনত ঠাই নিদিছিলোঁ। তাৰ পাছত যেতিয়া অৱস্থা ক্ৰমে আৰু বেয়ালৈ যাবলৈ ধৰিলে, ১৯৪৪ৰ শিৱসাগৰ সম্মিলনৰ আগতে "অসম সাহিত্য সভা সংস্কাৰ সমিতি" বুলি এটি সমিতি স্থাপিত হৈ প্ৰতিকাৰৰ ভাৰ ললে আৰু মোকেই তাৰ সম্পাদক পাতিলে। সাহিত্য সভাৰ এই মুমূৰ্ষু অৱস্থা গুচাবৰ বাবে সকলো কথা ভাবি-চিন্তি নিয়ম-তন্ত্ৰৰ আৱশ্যকীয় সালসলনি প্ৰস্তাৱ কৰা আৰু অলপ সালসলনিৰে সেইবোৰ প্ৰস্তাৱ গৃহীত কৰা হল্। ময়ে এইবাৰ প্ৰধান সম্পাদক নিৰ্ব্বাচিত হলোঁ; কিন্তু নানা অন্যায়

উপায়েৰে সেই গোটেই সম্মিলনৰ কাৰ্য্যৱলী অবৈধ বুলি-বৰ চেষ্টা চলিল, আৰু সেই চেষ্টাই মোৰ গোটেই কাৰ্য্য-কাল চলি থাকিল। গতিকে ভগাজন সম্পাদকৰ পৰা মই ধনৰ নামে ফুটাকড়ি, আৰু প্ৰস্তাৱসমূহ আৰু সভ্য-তালিকা এখনৰ বাহিৰে বগা তুলাপাত এখিলাও নাপালোঁ। যদিও, আনহাতে, কাকতে-পত্ৰই নানা বাদ-বিসম্বাদ আৰু আদালতত দেৱানী-ফৌজদাৰী আদি গোচৰৰ উত্তৰাধিকাৰিত্ব নেহেৰুৱালোঁ।

পুৰণি তালিকাত মই অসম সাহিত্য সভাৰ ২৭ বছৰীয়া জীৱনৰ এঘাৰ জন স্থায়ী সভ্য আৰু পঞ্চাশ জন-মান বছৰেকীয়া সভ্যৰ নাম পাওঁ; মোৰ কাৰ্য্যকালৰ শেষত, এই সকলো প্ৰতিৰোধৰ সত্ত্বেও, প্ৰায় এশ জন স্থায়ী সভ্য আৰু পাঁচশ জনৰ ওপৰ বছৰেকীয়া সভ্য, আৰু সেই অনুসাৰে শাখা-সভা পাওঁ। শ্বাহুল্লা মন্ত্ৰীসভা আৰু বৰদলৈ মন্ত্ৰীসভাৰ প্ৰায়সকলেই এইদৰে ন-কৈ স্থায়ী সভ্য হয়; আৰু মুমলীগড খোৱাং আদি গাঁৱলীয়া ঠাইবোৰত ৬০।৫০ এনে সংখ্যাৰ সাধাৰণ সভ্যৰে গঠিত শাখা সভা পতা হয়। সভাৰ পুঁজি বিষয়ত, সুৰমা উপত্য-কাৰ তাৰাপুৰত এটি অসমীয়া পঢ়াশালি চলোৱা, সভাৰ নতুন নিয়মাৱলী আৰু উপবিধি ছপোৱা, সভাৰ এখন বুৰঞ্জী আৰু অসমীয়া সাহিত্যৰ বিৱৰণমূলক এখন তালিকা যুগুত কৰা, কাৰ্য্যালয় চলোৱা আৰু কাকতী আৰু পহৰীয়াৰ

বেতন আদিত সৰ্ব্বমুঠ চাৰি হাজাৰ মান টকা ব্যয় কৰাৰ পাছত সভাৰ নতুন এটা স্থায়ী পুঁজি পাতি তাত পূৰা ১০,০০০৲ দহ হাজাৰ টকাৰ স্থায়ী জমা; সাধাৰণ পুঁজিত ৩০৩২৵০ তিনি হাজাৰ বত্ৰিশ টকা তিনি অনা; ৯৯৵৬ পাই আৰু ১৪৫০৵০ টকাৰ ড্ৰাফট্ আদি আৰু নগদ প্ৰায় ৫০৲ পঞ্চাশ টকা—সৰ্ব্বমুঠ প্ৰায় ১৫,০০০৲ পোন্ধৰ হাজাৰ টকা আৰু ন-কৈ গৰ্জা অন্যান্য সম্পত্তি নতুন সম্পাদকক জমা দিওঁ। তুলাপাত আৰু চেপাকলৰ মহাৰ্ঘৰ বাবে কোনোমতেই প্ৰকাশ কৰিব নোৱাৰি অসম সাহিত্য সভাৰ বুৰঞ্জীৰ পাণ্ডুলিপি, অসমীয়া সাহিত্যৰ বিৱৰণমূলক তালিকাৰ পাণ্ডুলিপি, যীশুখৃষ্টৰ জীৱনীৰ পাণ্ডুলিপি আৰু অসমীয়া শিশু-বিশ্বকোষৰ সম্পূৰ্ণ আঁচনি আদি, আৰু আয়-ব্যয়ৰ তালিকা আদিৰে ২৩ টা ফাইল নতুন সম্পাদকক গতাই দিওঁ। কিন্তু ঠিক তাৰ পাছতেই অসম সাহিত্য সভাই আকৌ আগৰ গতি ধৰে। ইয়াত কাৰো প্ৰতি মই ব্যক্তিগত বক্ৰোক্তি কৰা নাই; কেৱল অসমীয়া জাতীয় স্বভাৱৰ এই মাৰাত্মক আৰু আত্মহত্যাকৰ পাপৰ কথা কৈ নিজৰ মনলৈ ধিক্কাৰ আনিছোঁ।

---

# অসম সাহিত্য সভা পত্ৰিকা

ধুবুৰীত থকা সময়ত অসমীয়া ভাষা প্ৰচাৰ সম্বন্ধে নানা কথা পাতিছিলোঁ। আৰু সেই সম্পৰ্কত তেতিয়াৰ অসম সাহিত্য সভা পত্ৰিকাৰ সম্পাদক শ্ৰী চন্দ্ৰধৰ বৰুৱাৰ লগত পৰামৰ্শ কৰিছিলোঁ।.। তাৰ উত্তৰ—

"প্ৰিয় নেওগ, তোমাৰ চিঠিখন আৰু প্ৰবন্ধটি পাই বৰ সন্তোষ পাইছোঁ। প্ৰবন্ধটি পাৰিলে এই সংখ্যাতে, নহলে পাছৰ সংখ্যাত প্ৰকাশ কৰিম। ইয়াৰ আগেয়েই পোৱা কেইটাবাটাও প্ৰবন্ধ হাতত আছে। সেইদেখি এই প্ৰবন্ধ যদিহে পাচৰ সংখ্যালৈ হৌহকে, বেয়া নেপাবাঁ।.... "আসাম" গুচি "অসম" হব লাগে, মোৰো এয়ে মত। ...উপযুক্ত যেন দেখিলে অহা সন্মিলনত এই বিষয়ে Resolution দিব পাৰি। ভাবি চাবাঁ, কিবা ফল হোৱাৰ আগন্তুক যেন দেখিলে, তাকে কৰিবলৈ যত্ন কৰিবা।—"পত্ৰিকা"ত "কৰা হব" নিলিখি "কৰা যাব" লিখাৰ কথা উল্লেখ কৰাত সন্তোষ পালোঁ। এনে বহুত কথা পোনতে চকুত নপৰে। এতিয়াৰ পৰা ইয়ালৈ মন কৰিম। আগলৈকো মই সম্পাদক থাকোঁ মানে পত্ৰিকাত কিবা দোষ দেখিলে মোক অবাধে জানিব

দিবা। এনে কৰিলে মই সন্তোষ পাম।—"অসম" আৰু "আসাম" সম্পৰ্কে তুমি চিঠিত লিখা কথা বিলাককে জুকিয়াই লিখিলে এটা ভাল প্ৰবন্ধ হব। সেই দৰে লিখি প্ৰবন্ধ এটা পঠাবলৈ যত্ন কৰিবাচোন। ...ভালে আছোঁ, তোমাৰো সৰ্ব্বাঙ্গীন মঙ্গল কামনা কৰিছোঁ।

যোৰহাট, ২৯।১১।২৮ তোমাৰ শ্ৰীচন্দ্ৰধৰ বৰুৱা"

তাৰ দুমাহমানৰ মূৰত তেওঁ আকৌ লিখে—

"প্ৰিয়বৰেষু, তোমাৰ ৪।২।২৯ তাৰিখৰ চিঠি আজি পাইছোঁ। "মুকলি চিঠি" খন পাইছোঁ। সুবুঙ্গা ওলালেই প্ৰকাশ কৰিম।—তোমাৰ চিঠি পাই দুঃখিত হলোঁ। তুমি লিখাৰ দৰে "আমনি" পাই দুঃখিত হোৱা নাই, এইবিলাক কথা ভাবোঁতা-চিন্তোতা মানুহ নাই দেখিহে বেজাৰ লাগে। দূৰত থাকিও এইবিলাক কথা মই কিছু পৰিমাণে অনুমান কৰিব পাৰিছোঁ। কি কৰিবা! আমাৰ বাহুৰ দশা পৰিছে। শিৱসাগৰত এখন প্ৰদৰ্শনী পাতিছে; তাৰে এটা সাহিত্য-শাখাও কৰিছে, আৰু ১৪ ফেব্ৰুৱাৰী তাৰিখে তাৰে সম্মিলনৰ মোক সভাপতি পাতিছে। তাতো এই বিষয়ে চমুকৈ আষাৰ দিযেক কবৰ মন আছে। অভিভাষণ যদি ছপা হয় তোমালৈ এখন পঠাম। যোৰহাটৰ সাহিত্য সম্মিলনলৈ আহিব পাৰিবা বুলি আশা কৰিছো।...তোমাৰ প্ৰস্তাৱিত

বিষয়ত মোৰ সম্পূৰ্ণ সহানুভূতি আছে। বৰ্ত্তমান সময়ত এনেবিলাকেইহে আমাৰ ঘাই কাম। তাক নকৰি প্ৰবন্ধ লিখি বা বক্তৃতা দি আমি কিমান উপকাৰ সাধিম, মই কব নোৱাৰোঁ। কিন্তু লেঠা হৈছে, কৰ্ম্মীৰ অভাৱ। জনদিয়েক শিক্ষিত, বুধিয়ক ( tactful ) আৰু আশা-শুধীয়া কৰ্ম্মী পালে এনে কামত আজিয়েই হাত দিয়া উচিত। তান্ত্ৰিক আৰু মহাপুৰুষীয়া দুইটা সনাতন ধৰ্ম্মৰে ঠেঙ্গুলি। মানুহৰ অধিকাৰ-ভেদমতে চলিব লাগিব। এই কামটো দেখাদেখিকৈ সাহিত্য সভাই হাতত লোৱা উচিত। কেনেভাৱে দিলে ভাল হয়, এই সন্মিলনলৈকে এটা Resolution দিয়াবাচোন। সোনকালে নিদিলে বেলি হলে পাচত গ্ৰাহ্য নকৰিব। তুমি তাৰ পৰা খেদা খাব লগীয়া হলে, এইবোৰ কথালৈ চকুপৰা মানুহেই নোহোৱা হব। ভালে আছোঁ। তোমাৰ সৰ্ব্বাঙ্গীন কুশল কামনা কৰিছোঁ। তোমাৰ "নাৰদীয় ভক্তিসূত্ৰ" প্ৰবন্ধটি আনে কেনে পায় কব নোৱাৰোঁ, মোৰ হলে সুন্দৰ লাগিছে। এইবাৰ এছোৱা ওলাব। দাঘল বাবে একে বাৰেতে উলিয়াব নোৱাৰিলোঁ।

যোৰহাট তোমাৰ

৭।২।২৯ শ্ৰীচন্দ্ৰধৰ বৰুৱা"

ইয়াৰ কেদিনমানৰ পাছতে তেওঁ আকৌ লিখে—

"প্ৰিয়বৰেষু,

তোমাৰ ১৮ তাৰিখৰ চিঠি আৰু কবিতাটি পালোঁ। কবিতাটি পঢ়ি সুখী হলোঁ।...... সাহিত্য সভাই ধৰ্ম্মৰ কামত হাত দিব নোৱাৰে, সঁচা। মই সেই ভাবেৰে প্ৰস্তাৱ দিবলৈ কোৱা নাছিলোঁ। বোধকৰোঁ এনে মৰ্ম্মে এটা প্ৰস্তাৱ পঠালেই বেযা নহব—এই সম্মিলনে স্থিৰ কৰে যে অসমীয়া সাহিত্যৰ প্ৰচাৰৰ অৰ্থে বিবিধ লাগতিয়াল কামত খৰচ কৰিবৰ নিমিত্তে, সাহিত্য সভাৰ বাজেটত, এই বছৰলৈ—টকা বেলেগাই থোৱা হওক।—সম্মিলনত প্ৰস্তাৱ এটা গৃহীত হলে কাৰ্য্যনিৰ্ব্বাহক সভাই সেই কাম নকৰি নোৱাৰে। সেইদেখিহে প্ৰস্তাৱ এটা পঠাবলৈ কৈছোঁ। পঠোৱাটো হলে সোনকালে পঠাবাঁ, যাতে উপযুক্ত সময়ত নোপোৱাহি বাবে অগ্ৰাহ্য হবলৈ নেপায়।—বাকী দুগৰাকী মানুহ "একেবাৰে নিমাত" বুলি শুনি দুঃখিত হলোঁ। আমাৰ গতি এনেকুৱাই। আকৌ থটিয়াই চাবাঁ আৰু মানুহ বুজি আৰু ২।৪ জনলৈ লিখিবা। নিৰুৎসাহ হৈ কাৰ্য্যটো এৰি নিদিবা। তোমাৰ "মানসিংহৰ সমাধি" কবিতাৰ ঘটনাটো মোৰ ভাল লাগিছে। ইয়াৰ গোটেই ঘটনাৰ কথাটো ঐতিহাসিক ভিত্তিত সজাই-পৰাই সাধুকথাৰ আকাৰেৰে মোলৈ লিখি পঠাব পাৰাঁ নে? তেতিয়া

হলে মই নাটক এখন লিখিবলৈ চেষ্টা কৰি চাব পাৰোঁ। লিখিলে কিন্তু ভালকৈ জুৰি-জুখি আৰু বহলাই লিখিবা ; যাতে মই অকল তোমাৰ সাধুৰ পৰাই অৰ্থাৎ আন কিতাপ-পত্ৰ পঢ়িব নলগাকৈয়ে নাটকখন লিখিব পাৰোঁ।

Jorhat, 20th Feb. 1929. তোমাৰ শ্ৰীচন্দ্ৰধৰ বৰুৱা"

ছমাহ মানৰ পাছত গুৱাহাটীত তেওঁৰ পত্ৰ পাওঁ—"প্ৰিয় নেওগ, তুমি গুৱাহাটীলৈ অহা কথা আজি তোমাৰ চিঠি পাইহে জানিব পাৰিছোঁ। ওচৰ চাপি অহাত ভাল পাইছোঁ যদিও, ধুবুৰীত আমাৰ কোনো নোহোৱা হোৱাত বেয়া লাগিছে।...অসমীয়া ভাষা প্ৰচলনৰ অৰ্থে থোৱা ৫০০৲ টকা কেনেকৈ খৰচ কৰা হব, তাৰ বিষযে ইয়াত কোনেও ভবা নাই। তুমিয়েই এই টকা থোৱা-বলৈ কৈছিলা। এতিয়াও তুমিয়েই তাৰ খৰচৰো বাট লগাই দিবা বুলি ভাবি আছোঁ। "মানসিংহৰ সমাধি" এই সংখ্যাত ছপা হৈছে।......মাজে-সময়ে চিঠি-পত্ৰ পাই থাকিবলৈ আশা কৰিলোঁ।

যোৰহাট, ১৪, ৮, ২৯ তোমাৰ—শ্ৰীচন্দ্ৰধৰ বৰুৱা"

মোৰ ইংৰাজীত লিখা অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ আঁচনিখন পঢ়ি এওঁ লিখে—"My dear Neog, I am extremely glad to go through the synopsis of your History of Assamese Literature, which, I hope, will be a monu-

mental work when published. I shall anxiously wait to see its publication. It will, I am sure, enhance your reputation as one of our foremost scholars. I wish you all success.

Yours sincerely
Jorhat 18.11.43" Ch. Borooah"

---

[ ১৮ ]

## মাৰ্কিণ ডাক

১৯৪৪ ৰ জাৰকালি এদিন পুৱা এখন জীপত উঠি এজন মাৰ্কিণ লেফ্‌টেনেণ্ট্‌ আমাৰ পজা ওলালহি, তেওঁৰ হাতত অসমৰ বিষয়ে লিখা এখন ইংৰাজী কিতাপ। অভিবাদন জনাই তেওঁ সোমাই বহিল, আৰু চা-চিনাকি হোৱাৰ পাছত সেই কিতাপখনৰ কেইটামান সামঞ্জস্য নথকা কথাৰ কোনটো সত্য-অসত্য মোক প্ৰশ্ন কৰিলে। কিতাখন যে বিজ্ঞানসম্মত ৰীতিত লিখা নহয়, মই সৈ কাটিবলৈ বাধ্য হলোঁ। তেতিয়া তেওঁ আধুনিক ধৰণত লিখা অসমৰ কৃষ্টিৰ বিষয়ৰ কি ইংৰাজী কিতাপ আছে মোক সুধিলে। মই হঠাৎ তেনে কোনো কিতাপ তেওঁক

দেখুৱাব নোৱাৰি মোৰ "Introduction to Assam—the Country, the People, the Speech" কিতাপৰ হাতেলিখা আচঁনি এটা দেখুৱালোঁ। দুই মিনিটমান পাত লুটিয়াই চায়ে তেওঁ কলে বোলে ঠিক তেনে ধৰণৰ লিখাকে তেওঁ বিচাৰিছে ; কিয়নো অসমৰ বিষয়ে আমেৰিকালৈ পঠিয়াব পৰা তেনে পুথি নথকাত তেওঁ তেওঁৰ অভিজ্ঞতাৰে অসমৰ বিষয়ে নিজে এখন কিতাপ লিখিব খোজে। তাৰ পাছত তেওঁৰ বিশেষ কামত নাহিলেও সৌজন্যৰ বাবেই হবলা মোৰ "অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভূমুকি" আৰু "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী" দুখন তেওঁ কিনি ললে, আৰু মোৰ সেই আচঁনিখন তেওঁক ব্যৱহাৰ কৰিবলৈ দিব পাৰোঁ নে সুধিলে। ব্যৱহাৰ কৰিবলৈ দিয়াত আপত্তি নাই, কিন্তু মোৰ হাতৰ পৰা এৰি দিব নোখোজোঁ বোলাত, আমাৰ পজাতে তেওঁ আজৰি সময়ত তাৰ টোকা লবলৈ অনুমতি বিচাৰিলে আৰু ময়ো তেওঁৰ আগ্ৰহ দেখি মান্তি নহৈ নোৱাৰিলোঁ।

তেওঁ নিমাতী ঘাটত থাকে আৰু আজৰি সময় পালেই যেতিয়াই তেতিয়াই আমাৰ পজালৈ আহি, মোক পালে কেতিয়াবা দুঘণ্টা তিনি ঘণ্টা বহিও সেই আঁচনিৰ পৰা টোকা নিয়ে আৰু কোনো খুকুৰি থাকিলে মোৰ পৰা বুজি লয় ; আৰু কেতিয়াবা আহি মোক নাপালেও উলটি গুচি গৈ আকৌ আন আজৰি সময়ত আহে। বয়সত তেওঁ

ত্ৰিশ বছৰীয়া মান আছিল; সুশ্ৰী, অমায়িক আৰু মৰমিয়াল। মই তেওঁৰ আচৰণত বৰ মুগ্ধ হৈছিলোঁ, আৰু তেওঁৰ উদ্যম, জ্ঞান-পিপাসা আৰু মানৱ-প্ৰেমক অন্তৰেৰে শ্ৰদ্ধা কৰিছিলোঁ। মই অহা মাত্ৰেই তেওঁ ছাত্ৰৰ দৰে আসন এৰি মোক অভিবাদন জনাইছিল; আহোঁতে প্ৰায়েই মোৰ সৰু লৰা-ছোৱালী কেইটিলৈ কিবা খোৱা বস্তু, বিশেষকৈ Necco বোলা টফিৰ নিচিনা এটি অপূৰ্ব্ব মাৰ্কিণ খাদ্য লৈ আহিছিল আৰু তেওঁলোকক কেতিয়াবা তেওঁৰ জীপত ফুৰাই আনিছিল। আমাৰ ঘৰত খাবলৈ দিলে তেওঁ গাখীৰ নোহোৱাকৈ অকল চেনিৰে ৰঙা চাহ আৰু কাটা-চামুচ ব্যৱহাৰ নকৰাকৈ হাতেৰে জা-জলপান খাইছিল। নকলেও হব, তেওঁ মাৰ্কিণ দেশৰ কোনোবা বিশ্ববিদ্যালয়ৰ গ্ৰেজুৱেট বুলি বুজিব পাৰি। তেওঁৰ মাক-বাপেক ভাই-ককাই কেওঁ নাই। আহিব নোৱাৰিলে তেওঁ চিঠি লিখি কোনো সজুলি গোটাই নিছিল। যেনে,—

"Dear Mr. Neog, If you should happen to find any material on the present day Government of Assam, I would be very gratepul to you. I do hope that I am not inconveniencing you with all my demands.

Neemati, Jorhat — Sincerely yours
Feb. I9, '45. — A. H. Nelson

এইদৰে কেইমাহমান আছি-গৈ তেওঁ আৰু আন আন সঁজুলি লৈ "Assam—Land of Magic" নামে এখনি ধুনীয়া কিতাপ লিখে; আৰু তেওঁৰ অনুৰোধ অনুসৰি মই সেই পুথিৰ এখনি পাতনি লিখি দিওঁ। তেওঁৰ বিষয়-সূচী আছিল Acknowledgement, Preface, Introduction, Geography, History, People, Religion, Language and Literature, Natural, Resources, Animal Life, Agriculture. Tea-Plantation-Sculpture and Archifechre Future of Assam. ইত্যাদি। মাৰ্কিন দেশত থাকোতে তেওঁ ভাৰতবৰ্ষৰ অসম নামৰ ঠাইলৈ যুদ্ধৰ কামত আহিবলৈ আদেশ পাওঁতে তেওঁৰ এই ঠাইৰ বিষয়ে কি ধাৰণা হৈছিল তাৰে আৰম্ভ কৰি, আহোমৰ লগত যুদ্ধ কৰিবলৈ কোচ ৰজাই বন্ধোৱা গোহাঁই-কমলৰ আলিৰ ওপৰেদি প্ৰায় চাৰিশ বছৰৰ পাছত মাৰ্কিন সৈন্যৰ convoy কেনেকৈ লানি নিছিগাকৈ আহিছিল আদি বিতোপন বৰ্ণনাৰে এই পুথিখনি সুন্দৰ হৈছিল।

১৯৪৫ ৰ আগভাগত এওঁ জাৰ্মেনীলৈ যাবলৈ আদেশ পায়; তাৰপৰা তেওঁ চীনলৈ যাব আৰু ইতিমধ্যে যুদ্ধ শেষ হব বুলি তেওঁ সেই বছৰৰ মাজভাগত আমাৰ পৰা বিদায় লয়। তেওঁৰ ঠাইত হলেণ্ডৰ এজন ডচ্চ্ লেফটেনেন্ট্ নিযুক্ত হয়, আৰু নেলছনে বিদায় লবৰ দিনা তুয়ো আমাৰ পজাত চাহ খায়। তেওঁ তেওঁৰ কিতাপখন ১৯৪৫ ৰ বৰদিনৰ আগতে আমেৰিকাৰ পৰা প্ৰকাশিত কৰিব পাৰিব বুলি

আশা কৰিছিল। কিন্তু ১৯৪৬ ৰ আগভাগতো তেওঁৰ পৰা একো বা-বাতৰি নাপাই, তেওঁৰ ঘৰৰ ঠিকনাত পত্ৰ লিখোঁ। তাৰ উত্তৰত বুজিব পাৰেঁা তেওঁ আগতে মোলৈ দিয়া চিঠিখন মই নাপালোঁ, আৰু দুৰ্ভাগ্যক্ৰমে তেওঁৰ কিতাপ-খন যুদ্ধ শেষ হোৱাৰ লগে লগে প্ৰকাশিত কৰিবৰ আশা নোহোৱা হল। লগতে তেওঁ মোৰ কিতাপখন ডক্টৰেটৰ বাবে নিউয়ৰ্ক বিশ্ববিদ্যালয়ত দিবলৈ অনুৰোধ কৰে।

"Dear Mr. Neog, Evidently you did not receive my last letter. The enclosed material will tell you how my story was received. With the end of the war, all interest in that particular section of the world has for the time being abated. I feel certain that with the background you already have, the honors you have deservedly received in your own country, and the outstanding quality of your work, that this will be recognized by this American college for its true worth. Best regards to you and your family I do appreciate your hospitality and the help you so willingly extended me. It is not at all impossible that we may meet again soon. Until then, if I can assist you in any manner, I will be only too glad to do so. With best regards, Audre H. Nelson 490 Sumatra Ave. Akron, Ohio

Sept. 14,1946.

# কমলনাৰায়ণ, সত্যকাম

১৯৪৩ ৰ এপ্ৰিলৰ আগভাগত অসমীয়া-হিন্দী সাহিত্য পৰিষদৰ পৰা মোৰ "জনম-তাৰিখ, বংশ-পৰিচয়, পিতৃ-মাতৃৰ নাম আৰু পাৰিপাৰ্শ্বিক অৱস্থা, স্থায়ী ঠিকনা, শিক্ষা, সাহিত্য ৰচনাৰ প্ৰাৰম্ভ কাল, সাহিত্যিক চৈতন্য জাগ্ৰত হৈ উঠাত সহায়ক মুখ্য ঘটনা, অতি মৰমৰ বিষয়, ৰচিত পুথিসমূহৰ নাম (প্ৰকাশিত আৰু অপ্ৰকাশিত)" আৰু মোৰ "এটা আলোচনামূলক পৰিচয়" খুজি "শুভানুধ্যায়ী—সত্যকাম"ৰ এখন পত্ৰ পাওঁ। এসপ্তাহমানৰ ভিতৰতে তাৰ উত্তৰ দিওঁ, কিন্তু তেওঁনো কোন তাক তেতিয়া নাজানিছিলোঁ। তাৰ পাছত আকৌ মোৰ কেইখনমান কিতাপ তেওঁ বিচৰা মতে তেওঁলৈ পঠাওঁ, আৰু তাৰ উত্তৰত তেওঁ লিখে—

"প্ৰিয় বন্ধু,

আপোনাৰ ১।৫।৪৩ তাৰিখৰ চিঠিখন পাই নথৈ আনন্দ পালোঁ। কিতাপ কেইখন পালোঁ। আন্তৰিক ধন্যবাদ গ্ৰহণ কৰিব। —"আকুল পথিক"ৰ বাহিৰে যদি আপুনি আৰু লোক-গীত আৰু বন-গীত প্ৰভৃ-

তিৰ সংগ্ৰহ কৰিছে, তেন্তে আপুনি তাক মোলৈ অনু-গ্ৰহ কৰি পঠাই দিয়ক। আপোনাৰ পাণ্ডুলিপিখন মোৰ তাত সুৰক্ষিত থাকিব। লিপি পৰিবৰ্ত্তনৰ কাম শেষ হলে মই আপোনাৰ তালৈ পঠাই দিম। কেতিয়াবা যোৰহাটলৈ গলে মই এই বিষয়ে আপোনাৰ লগত সবিশেষ আলোচনা কৰিম বুলি আশা কৰিলোঁ। লোক-গীত সংগ্ৰহ আৰু অসমীয়া সাহিত্য-সাধকসকলৰ 'ৰেখা-চিত্ৰ' তৈয়াৰ কৰাত আপোনাৰ পৰা মাজে মাজে আৰু সাহায্য পাম বুলি আশা কৰিলোঁ। আপোনাৰ সাধনাৰ উৎকৰ্ষত অসমীয়া সাহিত্যৰ অভ্যুদয় সাধন হব বুলি আমাৰ বিশ্বাস। আশা কৰোঁ আপোনাৰ শাৰীৰিক আৰু পাৰিপাৰ্শ্বিক মঙ্গল।

অসমীয়া-হিন্দী সাহিত্য-পৰিষদ
গুৱাহাটী, ১২।৫।৪৩

শুভানুধ্যায়ী
"সত্যকাম"

কাম আৰু কথাত এটা নতুন আৰু উন্নত গঢ দেখি লেখক-জন গুৰিত অসমীয়া নহয় বুলি অনুমান হৈছিল। পাছত অৱশ্যে যোৰহাটত আমাৰ পঞ্জাত তেওঁক দেখা পাওঁ, আৰু তেওঁ এজন বিহাৰী ডেকা বুলি জানো। তাৰ পাছত তেওঁলোকৰ প্ৰগতিশীল ৰীতিত তেওঁৰ সম্পাদিত "জয়ন্তী" কাকতলৈ কবিতা লিখিবলৈ তেওঁ মোক উদগায়।

"মান্যবৰেষু,

আপোনাৰ ভোগালী বিহুৰ আদৰ সম্ভাষণৰ বাবে আন্তৰিক কৃতজ্ঞতা জনাইছোঁ। জয়ন্তীৰ ৩য় সংখ্যাৰ ছপা কাৰ্য্য আৰম্ভ হোৱাৰ লগে লগে আপোনাৰ "তৰ্পণ" কৱিতা পালোঁ। কৱিতাৰ 'টেক্‌নিক্' অদ্যতন ( up-to-date ) নতুন প্ৰয়োগত আপুনি যথেষ্ট কৃতকাৰ্য্যতা লাভ কৰিছে। কিন্তু ভাৱধাৰা হলে মন্ময় ( Subjective )। আৰ-ম্ভণিত এনে হোৱাটো অস্বাভাৱিক নহয়। আপুনি আগ বাঢ়িছে, কবিতাৰ ক্ষেত্ৰত নতুন প্ৰয়োগ কৰিবলৈ প্ৰয়াস কৰিছে; অসমীয়া সাহিত্যৰ পক্ষে ইয়াতকৈ ডাঙৰ গৌৰৱৰ কথা আৰু কি হব? আপুনি এজন সিদ্ধহস্ত সাহিত্যিক। অসমীয়া সাহিত্য আজি অচল অৱস্থাত। আপোনাৰ সৃষ্টিৰ মাজেদি অসমীয়া জনসমাজে প্ৰগতি-শীলতাৰ দীপ্ত বাণী শুনিবলৈ পাই আনন্দত আপোন-পাহৰা হব, এয়ে আমাৰ একান্ত বিশ্বাস। নতুন কৱিয়ে যি কাম এবছৰৰ ভিতৰত কৰিব, আপোনালোকে তাক এমাহৰ ভিতৰত অনায়াসে কৰিব। অসমীয়া সাহিত্যৰ অচল অৱস্থা যাতে সোনকালে দূৰ হয়, তাৰ বাবে আমি সকলোৱে প্ৰাণপণে চেষ্টা কৰা উচিত নহব জানো? —আধুনিক ভাৰতীয সাহিত্যতো প্ৰগতিশীল কৱিতাক লৈ পৰ্য্যাপ্ত আলোচনা-প্ৰত্যালোচনা চলিব লাগিছে। এতিয়ালৈকে তাৰ যি ৰূপ-ৰেখা তৈয়াৰ হৈছে, জয়ন্তীৰ

৩য় সংখ্যাত তাৰ চমু আভাস দিবলৈ আমি এটা প্ৰবন্ধ প্ৰকাশিত কৰিছোঁ। সেই প্ৰবন্ধটো পঢ়িবলৈ আপোনাক মই শ্ৰদ্ধাৰে সৈতে অনুৰোধ জনালোঁ। আধুনিক আলোচনামতে যি কবিতাত সামাজিক চৈতন্য যিমানে কম, সি সিমানে নিম্ন কোটিৰ কবিতা। গতিকে আধুনিক কবিতা তন্ময় ( objective ) হোৱা নিতান্ত উচিত। আপোনাৰ "তৰ্পন" কবিতাই নতুনত্বৰ দাবী কৰিব বুলি আমি আশান্বিত।......আপোনাৰ অটুট সাধনাৰ ওজস্বী ফল জনসমাজৰ মাজত বিলি কৰিবলৈ জয়ন্তী সদায় প্ৰস্তুত থাকিব, আপুনি নিৰ্ভয়ভৰে আগবাঢ়ি যাওক। আমাৰ আন্তৰিক শুভেচ্ছা গ্ৰহণ কৰিব। ইতি

অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি } শুভানুধ্যায়ী
গুৱাহাটী, তাং ২৮।১।১৯৪৪ } সত্যকাম'

কেইমাহমানৰ পাছত কাশীৰপৰা এখন পত্ৰ পাওঁঃ—

"মান্যবৰেষু,

আপোনাৰ ১৯।৪ তাৰিখৰ চিঠিখন পাই নথৈ আনন্দ পালোঁ। গুৱাহাটীত থাকোঁতে আপোনাৰ চিঠিৰ উত্তৰ দিব নোৱাৰি মই লজ্জিত। এনেতে হঠাৎ প্ৰয়াগলৈ যাবলগীয়া হল। তাত আমাৰ পৰীক্ষা-সমিতিৰ অধিৱেশন আছিল। এতিয়া মই সাৰনাথ মহা-

বোধি সভাৰ ছুদিনীয়া অতিথি। আজি ৰাতি প্ৰস্থান কৰিবলৈ মন কৰিছোঁ। সোনকালেই গুৱাহাটী পাম বুলি আশা কৰিছোঁ। —গুৱাহাটীৰ পৰা অহাৰ এদিন আগতে 'জয়ন্তী' আপোনালৈ পঠিয়াই দিয়া হৈছিল। আপোনাৰ নাম গ্ৰাহক লিষ্টত অন্তৰ্ভুক্ত নোহোৱাৰ বাবেই নিয়মিতভাৱে 'জয়ন্তী' আপোনালৈ পঠোৱা হোৱা নাই। এই অৱস্থাৰ ঘাই কাৰণ আমাৰ কাৰ্য্যাধিক্য, আমাৰ ব্যস্ততা। গতিকে আপুনি খং নকৰিব বুলি মই আশা কৰিব নোৱাৰোঁ নে ? —আপোনাৰ 'মানুহ' কবিতা ৬ষ্ঠ সংখ্যাৰ "জয়ন্তী"ত প্ৰকাশিত কৰিবলৈ মনোনীত কৰা হৈছে। কাব্য-সাধকসকলৰ পক্ষে অবিৰাম কাব্য-সৃষ্টি কৰি থাকোটেৱেই সমীচীন। আপোনাৰ সৃজনী প্ৰতিভাৰ ওপৰত আমাৰ সম্পূৰ্ণ বিশ্বাস আছে বুলি আপোনাৰ সম্বন্ধে সন্দিহান হোৱাৰ কোনো কাৰণ নাই। আপোনাৰ সংবেদনশীল প্ৰকৃতিয়ে যুগৰ আহ্বানক উপেক্ষা কৰিব নোৱাৰে। কাব্য-ৰচনাত জীৱনৰ বাস্তৱিক অনুভূতি থাকিলে তাৰ বহুল প্ৰচাৰ যেনে তেনে হবই হব। "Art is a determined superstructure above industrial inter-relations." এই অতি-আধুনিক formulaৰ প্ৰতি লক্ষ্য ৰাখি আপুনি অবিশ্ৰাম ৰচনা কৰি থাকিব লাগিব। আপোনাৰ ওপৰত সমাজৰ যি দাবী আছে, তাক আপুনি কোনো

ৰকমে অৱহেলা কৰিব নোৱাৰে। আমি যি সাহিত্যিক আন্দোলন আৰম্ভ কৰিবলৈ আগবাঢ়িছোঁ, আপোনালোকৰ সহায়-সহযোগত সাফল্য লাভ কৰিলে তাৰ মধুৰ ফল আপোনালোকেই পাব। অসমীয়া গ্ৰন্থকাৰৰ দুৰৱস্থাৰ কাৰণ হৈছে আমাৰ সাহিত্যিক অভিৰুচিৰ অভাৱ, কলাৰ বাস্তৱিক মূল্যাঙ্কনৰ উপেক্ষা। এই ক্ষেত্ৰত আপোনাক মই পাৰ্য্যমানে সহায় কৰিবলৈ কৃতসঙ্কল্প। কি ভাৱে সহায় কৰিব পাৰিম আপুনি সবিস্তৰ জনাব।—অসমীয়া পাঠ্যপুথি যুগুত কৰাৰ সম্বন্ধে আপুনি কি আঁচনি তৈয়াৰ কৰিছে, অনুগ্ৰহ কৰি বহলাই লিখিব। আপোনাৰ চিঠিৰ বাট চাই থাকিলোঁ। আশা কৰোঁ সপৰিবাৰে আপোনাৰ মঙ্গল। আমাৰ আন্তৰিক প্ৰীতি সম্ভাষণ জানিব।

সাৰনাথ, কাশী
৭।৫।১৯৪৪

প্ৰীতি-মুগ্ধ
কমল নাৰায়ণ"

তেওঁৰ শেষ পত্ৰত তেওঁৰ শোচনীয় অন্তিমৰ হেতুৰ সঙ্কেত পোৱা হয়—

"সুহৃদ্বৰেষু,

আপোনাৰ ২৪ জুনৰ চিঠিখন পাই পৰম সুখী হলোঁ। উত্তৰ দিয়াত পলম হোৱাটো মোৰ অসুস্থতাৰ অমাৰ্জনীয় পৰিণাম। আকৌ বাৰানসীলৈ

গৈছিলোঁ। দাৰুণ যাত্ৰা-কষ্টত পৰি স্বাস্থ্যহীন হোৱাটো বোধকৰোঁ সাম্প্ৰতিক যুগৰ এটা বিশিষ্ট লক্ষণ। এই হেতুটোলৈ চাই আপুনি থং নকৰিব বুলি আমাৰ দৃঢ় বিশ্বাস।—'বামুণ' কবিতাটোৰ "আঙ্গিক" প্ৰীতিকৰ আৰু অদ্যতন (uptodate) সন্দেহ নাই, কিন্তু "মানুহ" কবিতাৰ standard টোৰ লগত খাপ খাব নোৱাৰে। তাতকৈ ই অলপ নামি অহা যেন লাগিছে। কবিতাৰ ভাবপথত উপদেশাত্মক Revivalism আধুনিক কবিতাৰ বাবে একান্ত উপযুক্ত বুলি আমি ভাবিব নোৱাৰোঁ। এই কবিতাৰ মাজত আপুনি Reformist হিচাপে দেখা দিছে। আপোনাৰ অনবদ্য কাব্য-জীৱনৰ লগত একাগ্ৰ সহানুভূতি-শীলতা থকাৰ কাৰণেই মই আজি আলোচনা হিচাপে এই একাষাৰ কথা কলোঁ। আপুনি বেয়া নাপাব, মোৰ বিশ্বাস। মই জানো যে সহানুভূতি-শীল আলোচনা প্ৰত্যালোচনাৰ দ্বাৰা আমি অসমীয়া সাহিত্যৰ যথেষ্ট হিতসাধন কৰিব পাৰোঁ। "সৃষ্টি"ৰ ফালে আপুনি অদম্য উৎসাহেৰে আগ বাঢ়িব বুলি মাজে মাজে অপ্ৰিয় কথা মই কৈয়েই থাকিম। আধুনিক কবিতাৰ বাবে যি জাগৰুক বৃহত্তৰ সামাজিক চেতনাৰ দৰ্কাৰ, আপুনি তালৈ মন কৰিব, সৃষ্টিৰ ক্ষমতাই আপোনা-আপুনি আপোনাক আগবঢ়াই লৈ যাব। সৃষ্টিৰ ক্ষেত্ৰত হতোৎসাহ হোৱাটো কাব্যিক মৰণৰেই

নামান্তৰ মাথোন।—জয়ন্তী আপুনি পাইছে। আমি মানুহ। দেৱতা নহওঁ। মানুহ হিচাপে ভুল-ত্ৰুটি হোৱাটো স্বাভাৱিক। আপুনি আমাৰো ত্ৰুটিবোৰ দেখুৱাই আপোনাৰ অভিজ্ঞতাৰ সদুপয়োগ কৰিব বুলি আমি আশান্বিত! "বাদে বাদে জায়তে তত্ত্ববোধঃ।" অসমীয়া ভাষাত ৰাষ্ট্ৰীয় ভাৱাপন্ন পুথিৰ একান্ত অভাৱ। আপুনি যদি তাক পূৰণ কৰিবলৈ চেষ্টা কৰে, ই পৰম সন্তোষৰ কথা। কেতিয়াবা লগ পালে বহলাই আলোচনা কৰিম।

.........আশাকৰোঁ আপোনাৰ সদৌ মঙ্গল। যোৰহাটত "প্ৰগতিশীল লেখক সংঘ" স্থাপিত হোৱা বুলি শুনি আমি যথেষ্ট উৎসাহ অনুভৱ কৰিছোঁ। ইতি

অসম ৰাষ্ট্ৰ প্ৰচাৰ সমিতি } স্নেহাধীন
গুৱাহাটী। ১৮।৭।১৯৭৪ } "কমলনাৰায়ণ"

ইয়াৰ কেইমাহমানৰ পাছতেই এইজন সুযোগ্য ডেকাৰ অকাল বিয়োগ ঘটিলত, ভবিষ্যৰ অনেক সুফলবপৰা তেওঁৰ ধাত্ৰী অসম-মাতৃ বঞ্চিত হয়।

# ত্ৰিপিটকাচাৰ্য্য বেণীমাধৱ বৰুৱা

"কৱিতা-কুঞ্জ" অসমীয়া পদ্য-সংগ্ৰহৰ আদৰণি আৰু আগ-কথা লিখে ক্ৰমে দুজন বঙালী মনস্বী. ডক্টৰ বেণীমাধৱ বৰুৱা আৰু ডক্টৰ শ্ৰীসুনীতিকুমাৰ চট্টোপধ্যায়ে। তাত ঠাই পোৱা মোৰ "শাপমুক্তা" কৱিতাটোৰ বিষয়ে প্ৰথমজনে যিটি মত দিয়ে—"কৱিতা-কুঞ্জৰ অভিশপ্তা অপ্‌সৰী ইন্দ্ৰসভাৰ উৰ্ব্বশী নহয়। কৱিৰ সপোনত ৰূপহী অসম উৰ্ব্বশী বেশেৰে জিলিকি উঠিছে।" ইত্যাদি, মোৰ বিশেষ ভাল লাগিছিল; কিয়নো কোনো অসমীয়া পাঠক-সমালোচকে ইয়াৰ আগত এই ভাবটো ধৰিব পাৰিছিল বুলি মই নাজানো। ই ১৯৩২-৩৩ ৰ কথা। তাৰ পাছত ১৯৪০ ৰ জুনৰ শেষ ভাগত কলিকতালৈ যাওঁতে তেওঁক সাক্ষাৎ কৰিবৰ অভিলাষেৰে হাতত মোৰ "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী" এখন উপহাৰ দিবলৈ যাওঁ। কিতাপখন হাতত লৈ তেওঁ ঠিয়ৈ ঠিয়ৈ মুঠেই দুই মিনিটমান সময় কিতাপখন চকু ফুৰাই চাই "This is a nice book. I have not seen such a book in Assamese" বুলি তাৰ পাছতহে মোক বহিবলৈ দি মোৰ আঁতি-গুৰি সোধে। সেয়ে হ'ল ডক্টৰ বেণীমাধৱ বৰুৱৰ লগত মোৰ প্ৰথম দেখা।

তাৰ পাছত ১৯৪৩ ত মেট্ৰিকুলেশ্যন পৰীক্ষাৰ পৰীক্ষক ৰূপে কলিকতালৈ যাওঁতে দ্বিতীয় বাৰ তেওঁক লগ পাওঁ। কথা-বাৰ্ত্তা হৈ থাকোঁতে তেওঁৰ ঘৰতে গধূলি আঠ-ন মান বজাত, তেওঁ নিজ মটৰত মোক তুলি আনি মই থকা ঠাইত থৈ যায়হি, আৰু আহোঁতে বাটত অসমীয়া সাহিত্যৰ বুৰঞ্জী সম্পৰ্কে এখন কিছু লিখিবলৈ মোক অযাচিতে দিহা দিয়ে। তৃতীয় বাৰ দেখা হয় ১৯৪৭ ৰ ফেব্ৰুৱাৰীৰ শেষত আকৌ কলি-কতালৈ যাওঁতে। তেতিয়াই তেওঁ মোৰ "অসমা"ৰ বাবে এটি "কবি-পৰিচয়" লিখিবলৈ গাত লয় আৰু মোৰ মৰমৰ পুৰণি ছাত্ৰ শ্ৰীমান যোগেন শইকীয়াই তেওঁলৈ তাৰ বাবে এখন "অসমা" পঠিয়ায়। তাৰ অলপ দিনৰ পিছতে তেওঁ সেই "কবি-পৰিচয়" নিজ হাতে অসমীয়াত লিখি লগতে এই পত্ৰ পঠায়—

"My dear Mr. Neog, please accept my grateful thanks for your kindness and courtesy in sending me a presentation copy of your twelve poems published under the significant title ASAMA. I received also your kind invitation to the funeral ceremony held in honour of your father's sacred memory, and you must excuse me for the delay in thanking you for

the same and sending my deep condolence in your bereavement. Here the city life is completely paralysed and we have been passing through a very critical time.— I have also received a kind letter from Saikia reminding me of my promise to write a Foreword to your new venture. I lost no time to write it in my Assamese which is bound to be grammatically as well as idiomatically incorrect and faulty. I have nevertheless written something in the language in which I am a probationer. It is sent to a master writer like you. I wish I could do the thing in a better way. But as you know I am not quite competent to be in the door of a literary critic. I take more or less a psychological view of poems and of poetry. From that point of view I have tried to introduce you as you appear through your compositions. I am sorry that I had to come back from Shillong and Gauhati, and

failed to go up to Jorhat and other places of Upper Assam. I hope this finds you in the best of your health and spirit.— With kind regards and best wishes, I am

49.1 Baldeopara Road Yours sincerely
Maniktolla, Calcutta 6 B.M. Barua
12th. July. 1947

তাৰ পাছত সেই লিখাৰ আকৌ এটা জোৰণি পঠিয়াই লিখে—

"My dear Mr. Neog, The manuscript of my Foreword to your ASAMA was posted this morning, which I hope will reach you in time. In the meantime I feel that I should add a few paragraphs on the comparative merit of the poems and chronological development of your mind and art as a poet. Please insert these paragraphs just before the concluding paragraph, which should be noted, with kind regards. I am.

49.1 Baldeopara Road
Maniktola, Calcutta 6.
15th. July, 47

Yours sincerely
B.M. Barua.

আকৌ কেইদিনমানৰ মূৰত মোৰ পত্ৰৰ উত্তৰত লিখে—

"My dear Mr. Neog, The registered parcel containing a complete set of your other books, and your charming and appreciating letter was received yesterday. Let me say that I feel very pleased to have all your original writings that will be my constant companions and a perennial source of joy to me.—After going through your letter and, all that you have stated in it, I could not help shedding tears over the reminiscenses of Assam I dearly love. The following two lines of poetry came spontaneouly into my mind—"কোনে যেন মোৰ পিছত হাকে, অসম জননী মোক ডাকে।"

"There is so much of identity between you and me in many respects that there is no cause of astonishment that I could have at once a clear insight into the inner workings of your mind and heart. I wrote down in Assamese all that occurred to me letting go my pen without

minding what my language or the style of my composition was. I feel very happy indeed that my humble criticism has proved itself to be an incentive to your going back to realm of poetry which can truly immortalise you as a poet-singer of modern Assam. If you have made up your mind to produce in Assamese an epic poem like Shahnama and if my suggestion carries any weight, it must be a chronicle of the kings of Assam. I outlined the history and civilisation of Assam in my short Radio message broadcast to the world. I sought to show that Assam developed its history and civilisation through the pre-historic, pre-Ahom, Ahom and post-Ahom stages. If you would care to have a copy of it, I will gladly send it to you.—I will try to prepare a gist of my appreciation in English···It will be posted next week. As for your other writings I intend sending my appreciations after I have read them critically···············
Your old student Saikia is very dear and near to me. He is a promising young-man with a golden heart.—I am inwardly

completely upset by what has been happening all round in the present uncertain state of our political existence. I hope, never-the-less, that Assam, we both love, will get a chance to develop its life peacefully and progressively.······

49/1 Baldeopara Road
Maniktola, Calcutta 6
2nd August, 1947

With kindest regards,
Yours affectionately
B. M. Barua.

তাৰ পাছত ১৫ আগষ্টৰ স্বাধীনতা দিনৰ সময়ৰ কলিকতাৰ অৱস্থা আৰু "অসমা" সম্পৰ্কে আৰু কেইটিমান কথা মোলৈ এইদৰে লিখি পঠিয়ায়—

"My dear Mr. Neog, You will have received by now the English gist of the Kavi-parichaya. It must have caused an astonishment to you that just on the eve of the transfer of power and at about sun down on the 14th instant, the Hindu and Muslim youths met each other and opened the flood-gate of friendship and brotherhood and brought back the dead city of Calcatta to its old life. But it was the inevitable happy end of the confliict which set in its most acute form last year. Because

the two parties fought well, they have compromised well.—But how graphically you drew the picture of the future of India in your poems of inestimable worth in the ASAMA !—History bears out the fact that often the pen goes before the sword. I wish I had written the Kavi-Parichay much earlier. Your choicest poems in the ASAMA have in them something prophetic. This is not of course to flatter you, but just to pay the compliments due to you. I am rather a man to call a spade a spade, sometimes, I regret to say, too rudely.—With kindest regards and best wishes. Jai Hind.

| | |
|---|---|
| 49/1 Baldeoparn Road | I am, |
| Maniktolla, Calcutta 6 | Yours affectionately |
| 18th August, ,47 | Beni Madhav. |

তৃতীয় বাৰ "কৱি-পৰিচয়"ৰ এটি জোৰণি পঠিয়াই অসমত শেষ জীৱন নিয়াৱ খোজা কথাৰে তেওঁ লিখে—

"My dear Mr. Neog, your kind · letter of the 29th. ultimo. I cannot leave your letters without reading them over and over again. They are so exquisitely written and so appropriately worded that every small

sentence bears the impress of your genial personality. I too owe you an apology for not writing to you earlier as I wished to do.—On receipt of your letter this morning I wrote out two paragraphs in Assamese and English as desired for incorporation in the Kavi-Parichay. The introduction in English was written in hot haste and on the spur of the moment I am glad to learn that it is not so foolish as I thought it to be.···I wrote today to Sreeman Jogen Saikia to thank him for the house at Gauhati. I desire to spend the Pujah vacation in Assam with my wife and children. We shall all be there in your midst. It is a settled fact that I am eager to build our home in Assam proper, and we shall be very grateful to you and all if you can help us in making it a "fait accompli."

"I have had no call or news from your Kaka Saheb. I will try to get him over the phone if he is still in the city. = There is no Assamese scholar I know of who deserves to be sent, down to Ceylon for further studies in Pali. We may choose

the best boy amongst those who are M.A's in Sanskrit Literature or Philosophy Group.= I wonder what Mrs. Neog is thinking of her husband after going through my Kavi-Parichay and of me the bad painter ! Jai Hind.

49/1 Baldeopara Road
Maniktolla, Calcutta 6
4 9-47

With all kind wishes
Yours affectionately
Beni Madhav.

অলপ দীঘলীয়া তেওঁৰ শেষৰ পত্ৰত তেওঁ লিখিছিল—

"My dear Mr. Neog, Your kind letter of the 19th instant brilliantly holds out the happy prospect of seeing your anthology, ASAMA in print, together with your picture and my humlbe introduction and appreciation to which you attach so much importance deservedly or undeservedly. I can only say that these were written in two happy moments of my life when I just let go my pen. I shall be vety happy indeed to receive about half a dozen copies for presentation and review purpose, if you can really spare them.=I do fully appreciate and sympathise with your difficulties,

but you may find your best consolation in the fact that men of true genius and talent were not generally kindly treated by the cruel world in their life-time, even Shakespeare not being an exception to the rule. Jesus Christ had to seek solace in these words purporting to say—'A prophet is not without his honour ; but not in his country, not among his people, and not in his house …It pains me always to feel that you have to carry on your literary career in the midst of many odds. But clouds will soon disperse and you should patiently wait·········My letter is apt to get very dull and prosaic, especially when my mental pre-occupations are other than the assessment of the value of Poetry. My little book, The Philosophy of Pogress in being seen through the press. I had to devote my time and energy to preparing three articles, each of which is a life-killing work. Two of them are devoted to the early history of Assam, and one to the reconsideration of the historical position of Kharavela as king and builder. I have got to write out another article on the importance

of the Buranjis as source books of the Ahom history of Assam before the re-opening of the University classes. This being done, I shall feel free to think that I tried honestly to do something improtant for the guidance of the future labourers in the field.

"I am not at all forgetful of you, you being so dear and near to my heart. You may not be physically present, but you are certainly present in spirit and before my mental vision To put in the words of Cowper, had I the wings of a dove how soon would I have flown to find myself in your midst······

"The night is getting late and I am feeling a bit tired after day's hard work. I will write to you again soon after I am a bit free from present engegements. But I cannot close this letter without reassuring you of my sincere love for you and deep sympathy, and above all, warm admiration of your attainments. Jai Haind.

1/1 Baldeopara Road, Yours ever affcetionetly
aniktolla, Calcutta 6 Beni Madhav
ovember '25, '47.

—শেষ—